# স্বপ্ন আৰু আতংক

উপন্যাস

উগেন বৰঠাকুৰ




সমন্বয় প্ৰকাশ
ডিগবৈ

*SWAPNA ARU ATANGKA*

*An Assamese novel written by Upen Barthakur Balijan Digboi and published by Gunin Barbarooah Duliajan on behalf of the SAMANYAYA PRAKASH Digboi.*

প্ৰকাশক : শ্ৰীগুণীন বৰবৰুৱা

চিত্ৰশিল্পী : শিল্পী দ্বীপেন বৰঠাকুৰ

প্ৰথম প্ৰকাশ : ১৯৮৪ ( ১৪ জানুৱাৰী )

মূল্য : পোন্ধৰ টকা

পৰিবেশক :

ষ্টুডেণ্টছ ষ্টোৰ্ছ গুৱাহাটী

মিত্ৰ এজেন্সী তিনিচুকীয়া



ছপা :

বাণীপ্ৰকাশ মুদ্ৰণী

৫ উদ্যোগ পাম

বামুণীমৈদাম, গুৱাহাটী-২১

অসমৰ পুস্তক প্ৰকাশকৰ সংখ্যা আন আন ৰাজ্যৰ তুলনাত মুষ্টিমেয়। ব্যৱসায় চলা-নচলাৰ কথালৈ দৃষ্টি ৰাখি নামী লেখকৰ কিতাপ ছপাই থাকিলে ন-লেখক সকল অংকুৰতে মৰহি যাব। কিশোৰ-কিশোৰী লেখক-লেখিকাৰ উজ্জ্বল ভবিষ্যত গঢ়িবলৈ 'সমন্বয় প্ৰকাশ'ৰ জন্ম।

**সমন্বয় প্ৰকাশ**

সমিতি

সৰ্বশ্ৰী গুণীন বৰবৰুৱা ডুলিয়াজান, প্ৰফুল্ল ৰায় মাকুম, ললিত গগৈ লক্ষ্মীপথাৰ, প্ৰঃ হিতেন শৰ্মা, মেহতাব সিং, সুন্দৰ প্ৰসাদ ছেত্ৰী ডিগবৈ, চণ্ডীবৰ ভূঞা নাহৰকটীয়া, ধৰ্মেশ্বৰ বড়া ডুমডুমা, মুকুট বৰপাত্ৰ জাগুণ, জীবেশ্বৰ বৰঠাকুৰ ডিব্ৰুগড়। মাৰফৎ উপেন বৰঠাকুৰ ডিগবৈ···

১৪ নৱেম্বৰ ১৯৮৩

লিখা হ'ল কিয় ?

অসবর্ণ বিবাহ পাতি সমাজত ঠাই পাবলৈ বলিষ্ঠ প্ৰতিবাদেৰে ভাস্বৰে ভবিষ্যত অসমৰ কথা ভবাৰ দৰে আপুনি আৰু মেয়ো ভবা উচিত ··

একে লেখকৰ প্ৰকাশিত কিতাপ সমূহ :—

তোমাৰে মোৰে একেটা জাত

বসন্ত আকৌ আহিল

বদনাম, অপমান

এজন লেখকৰ কাহিনীৰে—

দুৰ্বল মুহূৰ্তত হীৰামনিয়ে কৈছিল ··

"আপোনাৰ দেহত জানো চাহ গছৰ পাতৰ আঁৰত থকা বিষাক্ত কীটৰ দংশন বেদনা আছে? আপুনিতো মজদুৰ নহয়। আপুনিতো ৰ'দত শুকাই বৰষুণত তিতি বাগানত কাম কৰি পোৱা নাই। You are neither a Labour nor a babu."

লেখকৰ নিজা উক্তিৰে···

বিন্দু বিন্দু জলকণাৰ মধুমিলনত সৃষ্টি হোৱা মেঘৰ দ্বিতীয় সংস্কৰণ বৰষা। খৰাং পৃথিৱীত তৃষ্ণাত ফাটি ফুটি কৰা জীৱ জগতৰ তাই গতি দাতা···প্ৰয়োজন হলে সেই জলধাৰাৰে তাই মহা প্লাৱনৰ প্ৰলয় সৃষ্টি কৰি পুৰণি বৃদ্ধ বৃক্ষ বহুত দূৰলৈ উটুৱাই লৈ যাব······

মদৰ নিচা খিনি জোৰেৰে গিলি মজদুৰ মদনে কৈছিল······

"এই চব কাৰ টকা? মোৰ ভায়ৰ টকা-ন চাহাব। এইচব কাদা নহয় খুন···বাগান ঠিক্‌চে চলাবি ত চলাবি; নাই ত চবকে কাটি ফেলাম ৰে কুকুৰ···"

সম্পূৰ্ণ জানিবলৈ হলে কিতাপখনৰ মাজলৈ যাওঁক। আপোনাৰ দৰেই অনিতাই জীৱন নাটৰ ফুলশয্যাত পৰি মাজনিশা আতংকত চিঞৰি উঠা সময়ত মোৰ টোপনিৰ ভৰ যৌৱন···নিচা মিছাৰে মানৱ জীৱন 'যেতিয়া'···প্ৰতিবাদ কৰি লাভ নাই।

॥ চৰিত্ৰ সমূহ কাল্পনিক ॥

বালিজান ডিগবৈ

২১ ভাদ ১৯৮৩

উপেন বৰঠাকুৰ

## ॥ এক ॥

এজমা,···

চিৰিয়াচ···

মহা মস্কিল···বেঞ্চখনত বহি সি তিনি বাৰ তিনিটা শব্দ উচ্চাৰণ কৰিলে। দোকানখনৰ কোনো ব্যক্তিয়েই তাৰ কথাত গুৰুত্ব নিদিলে। সি পুনৰ কলে কি কৰিম দেউতাৰ লগতে লাগি থাকিলে নহব নহয়। সামান্য চাইকেল দোকান। চাল্লা মাহে মাহে টকা পঠাব লাগে।

দে দোস্ত আধা দে।

ৰাম কাইটিয়ে গিলাচটো আগবঢ়াই দিলে। সেইটো গিলাচত আধা বটল ধৰে। জোখ ঠিক কাৰণে ভাস্কৰে একো উপকৰণ নোলোৱাকৈ কট্ কট্ কৈ গিলি পেলালে, পিয়াজৰ টুকুৰাটোৰ একামোৰ চিণ্ডি সি কলে—

লিখি থবি দোস্ত শনিবাৰেহে দিম।

কথা কেইটা কৈ সি চাইকেলখনৰ টিলিঙাটো এবাৰ বজাই দিলে··· গুছিবি হঁত আন্ধাৰ···ভৰিৰে পেদেলপাত বিচাৰি চালে। আছে। কিছুদূৰ ঠেলি সি উমানে উমানে আন্ধাৰতে জাপ মাৰি দিওঁতে চাইকেল খনৰ সিপাৰলৈ বাগৰি পৰিল। চাল্লা চাইকেল···এইবাৰ সি ঘোঁৰাত উঠাদি উঠি পেদেল পকাবলৈ ধৰিলে···পেদেল পাত আগ কালে পিছ-কালে ঘূৰিবলৈ ধৰাত ঠেকেছা এটা মাৰি খোজ কাঢ়ি গুছি গল···কুঠাৰ পৰিল।

কেবিনত বহি থকা সুৰাপায়ী এজনে স্বগত উক্তি কৰিলে···হেৰ যদি চিৰিয়াছেই হৈছে এৰি আহিলি কিয়? চিৰিয়াচ মানে কি অ ৰাম কাইটি? হেৰ যোৱা থকা নহয়নে? যদি যোৱা থকাই হৈছে এৰি আহিলিনো কিয়? হুঁ; আৰু আধা দিবা নেকি?

'হুব আৰু নালাগে। যোঁৱাগৈ যোৱা। ৰাম কাইটিয়ে কলে।

এই ভাস্কৰৰ কথা কৈছো।

তাৰ বাপেকৰ অসুখ। চাইকেল দোকানখনৰ পৰাই ককায়েকলৈ টকা পঠাব লাগে।

ঐ মোৰো পঠাব লাগে ; বুজিছা, এই দহ টকাকে লৈ যোৱা।

চৰৰে চিৰিয়াচ অৱস্থা ; ৰাম কাইটি···

মানুহজনে জেপত খেপিয়াই বিড়ী এটা উলিয়াই ৰামৰ পিছে পিছে গল। ৰামে ঘূৰি চালে। সি বিড়ীটো মুখত দি জুই বিচৰাত জুইশলা বাইটো হাতলৈ দিলে। বিড়ীটো জ্বলাই মানুহজন গুচি গল।

বাঁহনী বাৰী চাহ বাগিছাৰ তিনি আলিত ৰাম কাইটিৰ দোকানলৈ বিভিন্ন মানুহ আহে। পি ডব্লিউ দি-ৰ মাটিত অবৈধ ভাবে সাজি লোৱা ঘৰটোত মদ বেচি জীয়াই আছে ৰাম কাইটি··নিশা দহ বজালৈকে দোকানখনৰ পাঁচোটা কেৰিনত মমবাতি জ্বলি থাকে। সেই দিনা নিশা এঘাৰ বজাৰ লগে লগে দোকানখনৰ দুৱাৰখন জপাই তলাটো লগাই দিলে। খালী বটল কেইটা কাঠৰ বাকচটোত মাজত কাপোৰ দি ভৰালে। চাইকেলৰ কেৰিয়াৰত বাকচটো বান্ধি সি বাগানৰ কলঘৰৰ ফালে চালে। নাই। আৰু গ্ৰাহক কোনো আহিবলৈ বাকী নাই। ভাস্কৰেই লেখিকৈ আহে। আধা বটল সদায় মজুত থাকিব লাগে। সন্ধিয়াতে পাক মাৰি যোৱা ভাস্কৰে ঘৰৰ পৰা আঁহোতে আৰু কৰবাত খাই আহিল চাগৈ···চাইকেলৰ টিউবটোৰে বাকচটো বান্ধি ৰাম কাইটিয়ে দাঁত কামুৰি গাঁঠিটো দি কলে··চিৰিয়াচ···তাৰ দেউতাক চিৰিয়াচ বেচেৰা···

চিৰিয়াচ বেমাৰী এটাৰ দৰে দুৱাৰ খিৰিকী মেলা ঘৰটোৰ অসংযত বিছনাখনত ভাস্কৰ পৰি থাকিল। গ্ৰামোফনৰ ৰেকৰ্ডখনৰ দৰে তাৰ মূৰটো ঘূৰিবলৈ ধৰিলে। চাবি শেষ হৈ যোৱা ৰেকৰ্ডখনৰ দৰে মূৰটো ঘূৰি ঘূৰি যেন থৰ হৈ গল···সি চকু দুটা মেলি ধৰিলে। বিছনাখনত বহি সি চাৰিওফালে চালে। আন্ধাৰ। পেটৰ ভোকটোৱে

আমনি দিছিল। দুৱাৰ খিৰিকী বোৰ বন্ধ কৰি সি জয়মনিহঁতৰ ঘৰৰ ফালে ওলাই গল।

শাওনৰ গেলেপা লগা গৰম। ভেকুলীবোৰৰ অনামী গীতৰ লহৰ। আকাশখন মেঘমুক্ত হোৱাও চঞ্চল তৰাবোৰে নগ্ন সক লৰা ছোৱালীৰ দৰে নাচিছিল। ভাস্কৰ গৈ থাকিল। জোনাকী পৰুৱাবোৰ যদি বৰ্ত্তমানতকৈ ডাঙৰ হলহেঁতেন, পদে পদে বাধা আছিল। সি ৰাস্তাৰ মাজৰ বগা আঁচটোৰে গৈ থাকিল। পিছে পিছে কোনোবাই হিন্দী কথা ছবিৰ গীত গাই আহিছিল। লাভ ষ্টৰীৰ গীত। সেই দুটা মদন আৰু গনেশেই হব। ভাল গলা সিহঁতৰ। দ্বৈত কণ্ঠ সঙ্গীতৰ তালে তালে তাৰ খোজ পেলাই ভাল লাগিছিল। জোনাকী পৰুৱা বোৰ তাৰ গাত খুন্দা খাই চিটিকি পৰিছিল। বেঙৰ বেহেলা সুৰীয়া শব্দ ধবনিয়ে গীতৰ লগত তাল মিলাইছিল। ভাস্কৰৰ ভাল লাগিছিল। সি গৈ থাকিল। স্কুল পদুম জোপাৰ তলেদি সোমাই গৈ সি চোতালত থিয় হলগৈ।

কে···আন্ধাৰত বহি থকা বৃদ্ধাই প্ৰশ্ন কৰিলে।

মই।

কোন ছোট বাবু?

ওঁ মই।

এ চিৰাকটা লে আনত, এটনা ৰাত মে আলি যে···

হীৰামনিয়ে এহাতে টিপ চাকি আৰু আন হাতে মুঢ়াটো লৈ ওলাই আহিল।

লে বইথ। ৰাত মে আলি যে? জয়মনিয়ে টিপচাকিৰ পোহৰত বিস্ময়েৰে প্ৰশ্ন কৰিলে।

আজি ঘৰৰ পৰা আহিলো নানী। দেউতাৰ টান বেমাৰ। কি কৰিম? এৰি নাহিলেও নহয়। ইফালে শনিবাৰে তলপৰ দিন। টকাও বহুত লাগে। ডিব্ৰুগড়লৈ নিব লাগিব। চাইকেল কৰি আহিলো ত। আঁঠ বজাত ঘৰ পাই ভাগৰত কব নোৱাৰা হৈ

পৰিছিলো। সাৰপাই আচৰিত হলো; এঘাৰ বাজিল। বৰ ভোক লাগিছে নানী।

খাবি, খাবি হামি চব ভি ভাত খোৱা নাই। চিকাৰ আন লি ত। এদিগে গৰম ভি কি বলবি আৰ অ···তবে মতা বাবুকেৰ বেমাৰ বেছি হৈছে নাই ছোট বাবু। বাবুৰানী ঠিক আছে ত?

মাও চিন্তাত পৰিছে। চিন্তা কৰি কৰি ক্ষীণাই গৈছে।

জয়মনিয়ে বিচনী মাৰিবলৈ লাগিল। নিশা বাৰ বজাৰ ঘণ্টা পৰিল। ভাত পানী খাই ভাস্কৰ তিনি আলিৰ দোকান ঘৰলৈ বুলি ওলাই আহিল। টিপ চাকিটো লৈ তাই ওলাই আহিল। জুপনা মুখতে থিয় হৈ হীৰামনিয়ে ভাস্কৰ গৈ থকালৈ চাই থাকিল। সি ঘূৰি চালে। হীৰামনিৰ হাতৰ টিপ চাকিৰ জ্বলন্ত শিখাটো তেতিয়াও জিলিকি আছিল। সি আহি ঘৰ সোমালহি। দুৱাৰৰ তলাটো খুলি ভিতৰ সোমাই গল। টিপ চাকিটো জ্বলাই লৈ সি বাহিৰলৈ ওলাই আহিল। হাতৰ টিপ চাকিটো ওপৰলৈ দাঙি সি শূন্যতে সোঁৱে বাঁৱে ইফাল সিফাল কৰিবলৈ ধৰিলে। স্থল পচুমৰ তলত থিয় হৈ থকা হীৰামনিয়ে হাতৰ টিপ চাকিটো ফু মাৰি নুমাই দিয়াত ভাস্কৰ ভিতৰলৈ সোমাই আহিল।

সি কুঁৱাৰ পৰা পানী এবাল্টি তুলি হাত মুখ ধুই গামোছা খনেৰে মচিলে। টেবুল লেম্পটো জ্বলাই ফিটাদাল কমাই দি সি বিছনাত পৰিল। মনত পৰিল দেউতাকলৈ। অতীতৰ আন্ধাৰ গহবৰলৈ যেন সি এখোজ দুখোজ কৈ নামি গল। তাৰ দেউতাক প্ৰভাকৰ ফুকনে যোল্ল বছৰ বয়সৰ পৰা বাগানত চাকৰি কৰিছিল। মাক অনিতাক বাগানৰ ঘৰৰ পৰাই বিয়া কৰাইছিল। দেউতাৰ আপোন বুলিবলৈ কোনো নাছিল। বাঁহনী বাৰী চাহ বাগিছাৰ মতা মহৰী প্ৰভাকৰ ফুকনৰ দৰিদ্ৰ বংশৰ মানুহবোৰ ক'ত কেনেকৈ সিঁচৰিতৈ হৈ আছে সি নাজানে। বিয়াৰ এবছৰৰ পিছত পুত্ৰ সন্তানৰ মাতৃ হৈ অনিতাই বৌমাছ দান দিছিল। তৃতীয় বছৰত আৰু এজন অতিথি আহিল।

দিবাকৰ ডাঙৰ ভাস্কৰ সৰু। লাই লেছাইৰ দৰে সিহঁত ডাঙৰ হৈ আহিছিল। শিক্ষাৰ ওখ জখলাৰে আগুৱাই গৈ দিবাকৰ বেনাৰসত ইঞ্জিনিয়াৰিং পঢ়িবলৈ গল। আৰু ভাস্কৰ? সি মাটিত খোচ খাই থকা জখলাদাল এৰিব নোৱাৰিলে। দিবাকৰক বহুত ওপৰলৈ তুলি প্ৰভাকৰ ফুকন তললৈ নামি আহিল। নামি আহিব লগা হল। বাগানৰ চাকৰিটো এৰি গাঁৱৰ পুৰুষ গাঁৱলৈ গুচি যাব লগা হল। আৰু ভাস্কৰ? ভাস্কৰে সেইদিনা গাঁৱৰ ঘৰত প্ৰতিজ্ঞা কৰিছিল। সি আৰু নপঢ়ে। সৌৰ জগতৰ এটা মাত্ৰ সূৰ্য্য থকাৰ দৰে তাঁহাতৰ বংশটোত এটাই সূৰ্য্য থাকক। দিবাকৰৰ পঢ়াৰ খৰছ যোগাবলৈ প্ৰয়োজন হলে সি দিন মজুৰি কৰিব। আৰু জয়মনি? হীৰামনি? সিহঁতৰ কথা সি ভাবিবলৈ লওঁতেই টোপনিয়ে হেঁচা মাৰি ধৰিলে···

## ॥ দুই ॥

প্ৰভাকৰ ফুকন বাঁহনীবাৰী বাগিছাৰ মতা মহৰী আছিল। হঠাৎ ঘটনাটো হৈ গ'ল। পইচা নাখায় কোনে? কিন্তু সেইদৰে খাব নালাগিছিল। মানুহক বিশ্বাস কৰা টান। বিশ্বাস কৰিবই নাপায়। মতা মানুহৰ উপস্থিতি দেখুৱাই প্ৰভাকৰে অবৈধ টকা ঘটিছিল। কামলৈ নোযোৱা জনে ঘৰতে খবৰ দি গৈছিল। হাজিৰা বহীত অনুপস্থিত জনৰ নামৰ বিপৰীতে একোটা ডাঙৰ অঙ্ক লিখি পেলাইছিল। মাহেকত দুই আঢ়ৈশ বাঢ়িবা টকা উপাৰ্জন নোহোৱা হলে দিবাকৰক ইমান দূৰলৈ নপঠালেহেঁতেন।

সৰ্ব্বতি কাল সমানে নাযায়। মদন আৰু গণেশেই কাল হ'ল। শিক্ষিত মজদুৰ যুৱক সিহঁত। দুই শক্তিবোৰ কেনেকৈ পৰিচালনা কৰিব লাগে বৰ বাবুৱে জানিছিল। মদন আৰু গণেশক পূজা কমিটিৰ

বিষয় বৰীয়া পাতি দিছিল। বৰ বাবুৰে মতা মহৰীক তলে তলে ভাল পোৱা নাছিল। গঠন হ'ল মজদুৰ সংঘ। বাগানৰ দুৰ্গোৎসৱত মাদল বাজি উঠিছিল কদম গছৰ তলত। হাড়িয়াৰ গোলাপী নিচাত মদন আৰু গণেশে নিজকে এখোপ ওপৰলৈ লৈ গ'ল। মজদুৰ ভাইহঁতৰ উন্নতিৰ কাৰণে সিহঁতে বহুত কাম কৰিব লাগিব। সিহঁতে আন্দোলন কৰিব মতা বাবুৰে ফাঁকি মাৰি হাজিৰা লব কিয়? মজদুৰ লাইনত বৰবাবুৰে শিকাই দিয়া কথাৰে বক্তৃতা দি মদন আৰু গণেশ বৰ মানুহ হৈ গ'ল। বাগানৰ বাঘ সিহঁত হ'ল।

প্ৰতি পোন্ধৰ দিনৰ মূৰে মূৰে বাঁহনীবাৰী বাগিচাত মজদুৰক বেতন দিয়া হয়। সেইদিনা শনিবাৰ। তলপৰ দিন। বজাৰখনত মাছ মঙহো ওলায়। দূৰত আম কেইজোপাৰ তলত জুৱাখেল হয়। প্ৰতি পৰ্চাঁচ মিটাৰ আঁতৰত হাড়িয়াৰ (কলহ নানে) চচপেনবোৰ ভৰি থাকে। বাতিয়ে বাতিয়ে ডিঙিত বাকি আঁতৰি যায়। বাতিত পঞ্চাচ পইচা·····

মতা বাবুৰ কাৰণে তলপৰ দিনটো শনি হলেও লক্ষ্মী। সেইদিনাই প্ৰভাকৰ ফুকনৰ ঘৰলৈ আন এটি স্বৰগ শিশু অতিথি হৈ আহিল। এক ছোৱালী সন্তান জন্ম দি অনিতাৰ বিশেষকৈ ভাস্কৰলৈ বৰ লাজ লাগিছিল······ চলন্ত ৰেলত টিকট পৰীক্ষকে যাত্ৰীৰ পৰা নিৰ্লজ্জভাবে ভাড়া লোৱাৰ দৰে প্ৰভাকৰে হাত পাতিছিল। বজাৰৰ এমূৰত লচমী, ধৰতী আৰু মঙ্গলহঁতে জাপে জাপে ৰংচঙীয়া নোট প্ৰভাকৰৰ হাতত গোজা মাৰি গৈছিল। তলপৰ বজাৰ। মদন আৰু গণেশ সন্মুখত থিয় হলহি। চকুত মদাৰ ফুলৰ জিলিকনি। সিহঁত প্ৰভাকৰ ফুকনৰ জেপৰ পৰা টকা একোপ উলিয়াই সিঁচি দিলে। গণেশে প্ৰভাকৰ ফুকনক মাটিত বগৰাই দিলে। বোকাৰে লুটুৰি-পুটুৰি প্ৰভাকৰ ফুকনক গণেশ আৰু মদনৰ কবলৰ পৰা মুক্ত কৰা হ'ল। ঘটনা স্থলিলৈ বাগানৰ বৰবাবু আৰু মেনেজাৰ সকলো আহিল। গণেশে বৰবাবুক দেখা পাই বুকুত সাহস গোটালে। সি বুকুত ভুকুমাৰি কলে। মই

মজদুৰ সন্তান। মতা বাবুক মই খটম কৰি দিম। চাহ গছত আমাৰ তেজ আছে। আমাৰ তেজ-ঘাম চকুলোতে জিপলৈ একোজোপা চাহ গছ চিৰসেউজীয়া হৈ আছে। এনে এজোপা চাহ গছৰ অন্যায় চিন্তা কৰি মতা বাবুৰে হাজাৰ হাজাৰ টকা আয় কৰিছে। ইয়াক কামৰ পৰা খেদাই দিব লাগে।

মদনে বোকা লগা টকাবোৰ বুটলি মেনেজাৰৰ চকুৰ-আগত দাঙি ধৰি কলে। এই চব কাৰ টকা ? মোৰ ভায়ৰ টকা ন চাহাব। এই চব কাদা নহয় খুন হয়। বাগান ঠিক চে চলাবি ত চলাবি, নাই ত চবকে কাটি ফেলাম ৰে কুকুৰ ·· মেনেজাৰী কৰিছ ধুৰ

মেনেজাৰ দিগন্ত বৰুৱাৰ লাজ লাগিছিল। বৰ বাবু গজেন কাকতিয়ে চকুৰে হাঁহিছিল। এইয়া আছিল বৰ বাবুৰ পূৰ্ব পৰিকল্পনা। কাৰ্য্যসূচীৰ আনটো দফাত পিছৰ দিনা পুৰা বাগানৰ মজদুৰ পৈ বঙলা ভৰি পৰিছিল। মজদুৰ নেতা গণেশে স্মাৰক পত্ৰ দি দাবী জনাইছিল; এসপ্তাহৰ ভিতৰত প্ৰভাকৰ ফুকনক কামৰ পৰা বৰ্খাস্ত নকৰিলে মজদুৰে হৰতাল আৰম্ভ কৰিব। এসপ্তাহৰ পিছত যদি ৰক্তাক্ত বিপ্লৱ হয়, তেতিয়া দায়ী হব লাগিব বাঁহনীবাৰীৰ মেনেজাৰ দিগন্ত বৰুৱা।

মেনেজাৰে স্মাৰক পত্ৰ গ্ৰহণ কৰিলে। লিখিত ভাবে প্ৰতিশ্ৰুতি দিলে। মজদুৰৰ লগত তেওঁ দ্বিমত নহয়। মজদুৰ জনতা, প্ৰতিশ্ৰুতি পাই বঙলা এৰি আঁতৰি গ'ল। পিছদিনা সোমবাৰ। কলঘৰৰ এমূৰত বৰ বাবুৰ লগত কেইজনমান মজদুৰে গোপন কথা পাতিছিল। জয় মনিয়ে কথাবোৰ শুনি নীৰৱে চকুলো মচিলে। বৰ বাবু গজেন কাকতিয়ে। নিজৰ পুতেকক চাকৰিত নিযুক্তি দিবলৈকে এই ষড়যন্ত্ৰ কৰিছিল।

মেনেজাৰৰ ভয় হৈছিল। ষ্টাফৰ লগত আলোচনা কৰি বাগানৰ কাৰ্য্যালয়ত সমূহ কৰ্মীৰ মাজত বৰ বাবুক সুধিছিল।

কওঁক কাকতি মই কৰিম কি ?

মোৰ কবলৈ একো নাই। আমি সকলোৱে অপমান পালো।

ফুকনক কামৰ পৰা আঁতৰাই দিয়াতো পৰিতাপৰ কথা। কিন্তু ফুকনক জানো ৰাখিব পাৰিব ? আপুনি যি ভাল দেখে কৰক। কিন্তু মনত ৰখা ভাল হব। হাতীৰ দাঁত এবাৰ ওলালে সি আৰু ভিতৰলৈ সোমাই নাযায়।

মানে ?

সিহঁত আন্দোলনমুখী।

মেনেজাৰ দিগন্ত বৰুৱাই প্ৰভাকৰ ফুকনক মতাই আনিছিল। সন্মুখৰ চকীখনত বহিবলৈ দি মেনেজাৰে কলে।

নাকান্দিব। বেজাৰ কৰি লাভ নাই। আপুনি যিয়েই অপৰাধ নকৰক মই সেইবোৰ খুচৰি নাচাওঁ। মই ডিচাৰ্জ লেটাৰ দি আপোনাৰ ভৱিষ্যত ধ্বংস নকৰো। আপুনি শাৰীৰিক অসুস্থতাৰ কাৰণ দেখুৱাই চাকৰিৰ পৰা অব্যাহতি লওঁক ? আমাৰ কোম্পানীৰ আন বাগিচাত ক'ৰবাত সোমাই লব পাৰিব।

প্ৰভাকৰ ফুকনে কান্দিছিল। ইস্তাফা পত্ৰ লিখি প্ৰভাকৰ ফুকনে কৈছিল।

মজদুৰে আন্দোলন কৰিবলৈ কাৰোবাৰ বুদ্ধি পাইছে চাৰ। মোৰ কোনোবাই প্ৰতিশোধ লৈছে।

মেনেজাৰে নামাতিলে। প্ৰভাকৰ ওলাই আহিল। প্ৰভাকৰে শুনাকৈ গজেন কাকতিয়ে মিস্ত্ৰাৰ মোহাৰি কৈছিল।

বালীলৈ যি পাত সুগ্ৰীবলৈকো একে পাত। আমাৰ ভয়হে হৈছে দেই.........

পাঁচ দিনৰ পিছতেই বাগানৰ ট্ৰাকখনত বয় বস্তুবোৰ তুলি প্ৰভাকৰ ফুকন জয়াবাৰীলৈ গুচি গ'ল। সামান্য ঘৰ এটা সাজি গাঁৱৰ মানুহৰ আশ্ৰয়ত সিহঁত সোমাই পৰিল। গাঁৱৰ ঘৰখনত তৃতীয় দিনা ভাতৰ মজিয়াত বহি প্ৰভাকৰ ফুকনে কান্দিছিল। কান্দি কান্দি কৈছিল।

জীৱনটো বৰবাদ হৈ গ'ল। দিবাকৰক কি বুলি খবৰ দিম।

কাঁহীৰ ভাতখিনি পিটিকি প্ৰভাকৰ ফুকনে ভাবিলে। মাহে চাৰিশ

টকাকৈ ছুবছৰত প্ৰায় দহ হাজাৰ টকা লাগিব। বাগানৰপৰা পাই অনা আঠ হাজাৰ টকাৰে এতিয়া কৰিব কি? সন্মুখত জীৱন পথৰ দীৰ্ঘতা দেখি প্ৰভাকৰ ফুকনে ভাতৰ কাঁহীত পানী ঢালি উঠি আহিল। ভাস্কৰে কলে।

দিবাকৰক অসমৰ বাহিৰত ৰখাতো আমাৰ বাহাদুৰি আছিল। সি অসমৰ অসমীয়া ৰাইজৰ সম্পত্তি। সি গুচি আহিলে অসমৰ ক্ষতি হব, বিশেষকৈ আমাৰ অপমান হব। সি প্ৰতিবাদ কৰিব। অবৈধ টকাৰে সি কিয় পঢ়িব? মই দিন হাজিৰা কৰি হলেও দিবাকৰক ইঞ্জিনিয়াৰ কৰিহে এৰিম দেউতা। মই চাইকেল দোকানখনকে সাৱটি লম ভাস্কৰে চকুলো টুকিছিল।

তাৰ বাক্যাস্তত কেছুৱা ছোৱালীজনীয়ে কান্দিছিল। ছোৱালীজনী বিছনাৰ পৰা তুলি লৈ অনিতাই বেদনাত উচুপিছিল। খং উঠিছিল ভাস্কৰৰ। সি খঙতে কৈছিল।

এই জহনীটোৱেই কাল হ'ল। তাই কাল নাগিনীৰ জন্মৰ দিনাই ঘটনাটো হৈ গ'ল।

ভাস্কৰৰ কথাবোৰে অনিতাৰ বুকুত খোচ মাৰি ধৰিছিল। দেউতাকে ভাস্কৰৰ চকুলৈ চাই কলে।

নহয় সোণ। তুমি ভুলকৈ বুজিছা। এইয়া বৰ বাবুৰ পূৰ্ব পৰিকল্পিত আঁচনি। মোক সকলো কথা জয়মনিয়ে কৈছিল। বাঁহনী বাৰীত এজনীয়েই তিৰোতা আছে, সেইজনী জয়মনি। এখন গামোছাৰ মাজত টকা বিশটা দি তাই মোক সেৱা কৰিছিল। পোন্ধৰ বছৰ একেলগে সমাজ পাতি থকা মানুহবোৰে মোক ভদ্ৰতাৰ খাটিৰত হলেও মাত এটা দিব পাৰিলেহেঁতেন; নিদিলে। তুমি যাবলৈ ওলাইছা যোৱা ভাস্কৰ। কিন্তু সাৱধানে থাকিবা। মেট্ৰিকটো পাছ কৰিব পৰা হলে মেনেজাৰক লগ ধৰিবলৈ কলোহেঁতেন। মোক ডিচাৰ্জ কৰা। মই পদত্যাগ কৰিলোঁ। কথাবোৰ কৈ দেউতাক নীৰৱ হৈ পৰিছিল। সেই নীৰৱতা ভঙ্গ কৰি ছোৱালীজনীয়ে পুনৰ কান্দিছিল ......

নিশা ছোৱালীজনীৰ বাহিৰে সিহঁতৰ টোপনি ধৰা নাছিল। সামান্য তিনি কথাৰ টকৌ পাতৰ ঘৰটো সাজি লওঁতেই দুহেজাৰ টকা খৰচ হ'ল। সকলো বস্তুৰ দুই চাই দাম। প্ৰোটিন যুক্ত আহাৰৰ অভাৱত সিহঁত হয়তো অকালতে হেৰাই যাব।

কথাবোৰ ভাবি ভাস্কৰে চকু মুদি ধৰিলে। ওহোঁ টোপনি ধৰাৰ আশা নাই। সি কামত সোমাবলৈ যত্ন কৰিব নেকি? ওহোঁ, সি নাযায়। মেনেজাৰক আমনি দিবলৈ সি নাযায়। সি পুৱাৰ পৰা সন্ধিয়ালৈকে তিনি আলিৰ দোকান ঘৰতে সোমাই থাকিব। "ভাস্কৰ চাইকেল হস্পিটাল" একমাত্ৰ চাইকেল দোকান। বাগানৰ বাহিৰে ভিতৰে কমেও পাঁচশ খন চাইকেল আছে। চাইকেলৰ সংখ্যা আৰু বঢ়াৰ সম্ভাৱনা আছে। এইখন মাত্ৰ দুখন বিছনাযুক্ত হস্পিটাল। বাগানৰ তলপৰ বজাৰত পিছদিনাৰ দেওবাৰবোৰত দুই চাৰিখন ভগা চাইকেল পৰেহি। চাইকেল কেইখনৰ মেৰামতি সিয়েই কৰে। সেয়েহে পাৰ্টচ ৰাখিব লগা হয়। ঔষধ নাথাকিলে হস্পিটালৰ বদনাম হয়। চাইকেল দোকানত টায়াৰ, টিউব নাথাকিলে বাকীৰ টকা উঠাব নোৱাৰি। দোকানখনত একমাত্ৰ সহায় অৰ্জুন। অৰ্জুনকেই দোকান খনত থৈ আহিছে। অৰ্জুনৰ লক্ষ্য ব্যৰ্থ নহয়। কৰ্ম্মপটু অৰ্জুনৰ কথা ভাবি ভাস্কৰে দ্বিতীয়বাৰ চকু মুদি ধৰিলে। ওখোৰা মোখোৰা অসমান মাটিৰ মজিয়াত পাটীটোৰ ওপৰত গৰমত শুই ভালেই লাগিছিল। কিন্তু ওৰে ৰাতি ভাবি চিন্তি পৰি থকা কাৰণে তাৰ গাটো বিষাই গ'ল। চকু দুটা পুনৰ মেল খাই পৰিল। দুফালে দুখন দি মাজত এখন টকৌ পাত দি কেনেকৈ বান্ধিব লাগে সি প্ৰথম বাৰলৈ শিকিলে। ছোৱালী জনীয়ে মাজ নিশা আকৌ কান্দিছিল। জেকা মজিয়াখনত হাত পৰি সি জিকাৰ খাই উঠিল। মাকে ছোৱালীজনীক ধমকি দি শুই থাক অ' এইজনী বুলি বুকুলৈ চপাই লওঁতে ভাস্কৰে ভাবিছিল। সেইজনী ভনী। একমাত্ৰ ভনী। তাইৰ নাম হব চন্দ্ৰমা ···

## ॥ তিনি ॥

বাগানৰ ডাকৰালটোৰ হাতৰপৰা চিঠিখন লৈ ভাস্কৰে পঢ়ি গ'ল। ককায়েক দিবাকৰে দেউতাকলৈ লিখিছে। জয় জয়তে সেৱা জনাই সি লিখিছে— বৰ্তমান ভালেই। অসমৰ পৰা বহুত দূৰত এখন অজান ঠাইত আছোহি। ব্যস্ত মুহূৰ্তৰ বাহিৰে আন সময়ত মোৰ ঘৰলৈ বৰকৈ মনত পৰে। চাওঁতে চাওঁতে আঠাইশটা মাহ পাৰ হৈ গ'ল। আৰু দুবছৰেই আছেগৈ। দেওবাৰৰ দিনটো মোৰ কাৰণে যন্ত্ৰণাদায়ক। দেওবাৰ আহে মোক কন্দুৱাবলৈ। এই মাহত টকা এশ মান বেচিকৈ পঠাব। বোনাচ চাগৈ হৈ গ'ল। বিশেষ নাই। মালৈ সেৱা জনালোঁ। ভাস্কৰৰ হস্পিটালখন চাবলৈ বৰ মন গৈছে। আৰু নাই দিবাকৰ

চিঠিখন পঢ়ি তাৰ খুব বেয়া লাগিল। পোন্ধৰ দিনৰ আগতে যোৱা সোমবাৰে আঠশ টকা টেলিগ্ৰাম মনি অৰ্ডাৰ কৰিছিল। টকাৰ লগতে চিঠি এখন লিখি সকলো জনাই দিছিল। চিঠিত লিখিছিল— বাঁহনীবাৰী চাহ বাগিছাত কেঁচা পাতৰ পূৰ্ণ পয়োভৰ। দেউতাৰ কাম চলি আছে। এই মাহত বোনাচ হয় নে নহয় ঠিক নাই। চাইকেল দোকানখন ডাঙৰ কৰা হৈছে··· চন্দ্ৰমাৰ কথা লিখা নহ'ল। চন্দ্ৰমা ·· মুখতে শব্দটো লৈ ভাস্কৰ ৰৈ গ'ল। দিবাকৰৰ বয়সটোৰ লগত ছোৱালীজনীৰ জন্মৰ সময় ব্যৱধান ভাবি সি আচৰিত হ'ল। দিবাকৰৰ বয়স চৌবিশ। দুবছৰৰ পিছতে সি জন্ম হৈছিল। এতিয়া বাইশ বছৰৰ পিছত চন্দ্ৰমাৰ জন্ম হ'ল। চন্দ্ৰমা নোহোৱা হলেও হ'লহেঁতেন। কিন্তু লাগে। এক পো ; পো নহয় এক চকু ; চকু নহয় ····· সিহঁতৰ ভাই ককাই দুজন। দিবাকৰ, ভাস্কৰ। তাৰ পিছত এইয়া অমাবস্যাৰ ঘোৰ অন্ধকাৰ নেওচি চন্দ্ৰমা আহিল। চন্দ্ৰমা কাল নহয়। মহাকাল

নহয়। ক্বাল সৰ্পিনী বুলি তাইক কব নোৱাৰি। তাই হ'ল নীল গগনৰ জাগৃত/জাগ্ৰত প্ৰহৰী...... তাই দুৰ্ব্বাসনা নাশিনী আনন্দ দায়িনী, শান্তি দায়িনী জগদ্ধাত্ৰী ·· তাই দেব শিশু। নাৰী ···তাইৰ মুখখনকে চাই পিতৃ-মাতৃ জীয়াই থাকিব। সেই বৃদ্ধ দম্পতীয়ে অপেক্ষা কৰিব। তাইৰ জীৱন নাটৰ প্ৰতিটো দৃশ্য উপভোগ কৰিবলৈ গোঁৱৰ বোকাত সোমাই থাকিব। কাল্পনিক নাটকৰ ভুৱা চৰিত্ৰবোৰৰ অভিনয় চাবলৈ মানুহে টকা পইচা দি নীৰৱে বহি থাকে।

কিন্তু চন্দ্ৰমা এক জীৱন্ত সত্য চৰিত্ৰ। নাৰী চৰিত্ৰ। নাৰী মানেই ধৰিত্ৰী, পৃথিবী। প্ৰেম আৰু কৰুণাৰ ফল্গু ধাৰাৰ উৎস চন্দ্ৰমা। চন্দ্ৰ মানে জোন আৰু জোনালী। নিৰ্মল পবিত্ৰতা লৈ চন্দ্ৰমা অতিথি হৈ আহিল। সি কাল ডাইনী বুলি সেই দেৱ শিশুক ভৎ'সনা কৰিব নালাগিছিল। গাড়ীৰ চকাৰ দৰে সিহঁতৰ বাগিছাৰ ঘৰখন চলিছিল। লোৰ চকৰিৰ যোৰাটো পুনঃ পুনঃ মাটিলৈ ঘূৰি অহাৰ দৰে সিহঁতৰ মান সন্মানৰ চকৰিটোও তললৈ নামি আহিছে। এয়া চিন্তাৰ বিষয়। এয়া পৰীক্ষা। দিবাকৰ ভাস্কৰৰ মাজত চন্দ্ৰমাক ৰাখি চিৰ সুন্দৰে সৃষ্টি কৰিছে এখন সুন্দৰ নাটক। পৰস্পৰৰ আকৰ্ষণত সৌৰজগত মহাশূন্যত ওপঙি থকাৰ দৰে সিহঁতো জীয়াই থাকিব এই মাটি, এই পৃথিবীৰ মঞ্চত।

কিন্তু চন্দ্ৰমা আহিল কিয়? চন্দ্ৰমা নামৰ সুন্দৰ চৰিত্ৰ এটা এইটো দৃশ্যত ওলাব বুলি সিতো ভাবিব পৰা নাছিল। দিবাকৰেও নাজানে। সূৰ্যাই নাজানে এতিয়ালৈকে কিমান তাপ বিকিৰণ কৰিলে। নাজানে কিমান বাৰ পূজা পাৰ্বনৰ নৈবেদ্য গ্ৰহণ কৰিলে···

ককায়েক দিবাকৰে বহুত কথাই নাজানে। অধ্যয়নৰত দিবাকৰে অসমৰ বাঁহনী বাৰী চাহ বাগিছাত কি হৈছে নাজানে। নজনাকৈয়ে থাকক। স্থিৰ সূৰ্য্যটোক লগে লগে আহি থাক· বুলিলে নাহে। কাৰো প্ৰতি আকৃষ্ট নহয় মহা সূৰ্য্য। কাকো নামাতে। এক জলন্ত অগ্নি পিণ্ডই যি দৰে জীৱন আৰু জীৱনী শক্তি দিয়ে সেই দৰে কাৰবাৰ

যোৱা জনক পুৰি ভস্ম কৰি পেলাব। আৰু দিবাকৰ? দিবাকৰে অগ্নিৰ দৰে এফালৰ পৰা শেষ কৰি নিছে। যিমানেই দিয়া হয়, সিমানেই শেষ হৈ যায়। অগ্নিয়ে হব আৰু নিদিবা বুলি কলেও দিবাকৰে নকয়। পিয়নৰ হাতৰ চিঠিখন লৈ সি কথাবোৰ ভাবিছিল। খুলিলেই বিপদ। হয়তো লিখিছে টকা সোনকালে পঠাব লাগে। পোন্ধৰ দিনৰ আগতে আঁঠশ টকা পাঠাইছিল। আকৌ টকা লাগেনে? টেলিগ্ৰাম মনিঅৰ্ডাৰ নোপোৱাকৈ তো থকা নাই।

সি খঙেৰেই চিঠিখন খুলি পঢ়ি গল। ভাস্কৰ। মোৰ ভাল যদিও ডাঙৰ ঘটনা এটা হৈ গল। টেলিগ্ৰাম মনিঅৰ্ডাৰটো পালো। টকা পোৱাৰ দিনাই হোষ্টেললৈ অসমীয়া যুৱক এজন আহিছিল। উজনি অসমৰ বিভিন্ন আপোন মানুহৰ পৰিচয় দি সি আপোন হৈ পৰিছিল। তোৰ সমবয়সৰ সেই সুধাকৰ নামৰ লৰাটো দেখি তোলৈ বাৰে বাৰে মনত পৰিছিল। পঞ্জাবৰ ৰতন সিং আৰু নলবাৰীৰ অচ্যুত কাকতিয়ে তাক বৰ মৰম কৰিছিল। তাৰ ধেমেলীয়া কথা বতৰাত আমি নিজকে উটুৱাই দিলো। সি হেনো আই বিৰ মানুহ। অসমীয়া, নেপালী আৰু বিহাৰী মানুহৰ মিশ্ৰিত ডকাইতৰ দল এটাৰ পম খেদি এই খিনি পাইছেহি। আমি খুছৰি খুছৰি কিছুমান গোপন ৰহস্য পূৰ্ণ কথা জানিব পাৰি বহুত কথা জানিলো বুলি ভাবিছিলো। আচৰিত কি জান? তাৰ ডায়েৰীত আমাৰ হোষ্টেলৰ মোৰ ৰুম মেটৰ নাম ঠিকনা বোৰ ধুনীয়াকৈ লিখা আছিল।

বৰ ডাঙৰ ঘটনা এটা হৈ গল। মই আৰু অচ্যুত নথকা অবস্থাত আমাৰ ৰূমত ৰতন সিঙক চোকা অস্ত্ৰৰে আহত কৰি সেই যুৱকে আমাৰ টকা পইছা ঘড়ী সকলো লৈ গুছি গল। আমি হোষ্টেল পোৱাৰ আগতেই কাষৰ ৰূমৰ ছুজনমানে আহত ৰতনক হস্পিটাললৈ লৈ গৈছিল। পুলিচে ষ্টেটমেণ্ট লওঁতে আমাৰ প্ৰিন্সিপাল উপস্থিত আছিল। ইতিমধ্যে মই অচ্যুতৰ লগত হস্পিটাল পাইছিলোগৈ। ৰতনে আমাৰ চকুলৈ চাইছিল। সি চকুৰে এনে এটা সংকেত দিছিল,

যে আমি বৰ ভয় খাইছিলো। ঘড়ীটোলৈ চাই কৈছিল তোৰ ঘড়ীটোও লৈ গল। অলপ সময়ৰ পিছতে আমাক কন্দুৱাই পঞ্জাবৰ ৰতন সিং অনন্ত শয্যাত শুই পৰিল।

চিন্তা বা ভয় কৰিব লগীয়া একো নাই। টকা ঘড়ী, হেৰাই গল যাওঁক। মানুহ বাচি গলো। এই চিঠিখন তই মা দেউতাক পঢ়ি শুনাবি। টকা মাহেকৰ মূৰত পঠালেও হব। এই মাহৰ হোষ্টেল ফি আমি ৰেহাই পাইছো। এটা কাম কৰিবি। সময় আৰু আজৰি উলিয়াই হাইস্কুলৰ শেষান্ত পৰীক্ষাটো দিবলৈ চেষ্টা কৰিবি। মই পাছ হৈ গলে কোনোবা এঠাইত সুবিধা নিশ্চয় পাম। তেতিয়া তোক মই চাইকেল দোকানত নাৰাখিম ভাস্কৰ। আমি মাত্ৰ দুজন ভাই ককাই। তৃতীয় এজন কোনো নাই। গতিকে মানুহ হবলৈ যত্ন কৰিবি। বিশেষ নাই। এতিয়া আমাৰ হোষ্টেলত পুলিচ থাকে।

চিঠিখন পঢ়ি ভাস্কৰৰ গাটো শিয়ৰি উঠিল। চিঠিখনৰ এটা বাক্যত চকু পৰিল। "টকা মাহেকৰ মূৰত পঠালেও হব।" সচাকৈয়ে সেই ঘাতকৰ হাতত বাচি যোৱাটো ডাঙৰ কথা। ঠিক আছে মাক-দেউতাকক সি চিঠিখন নেদেখুৱায়। কিন্তু হাইস্কুলৰ শেষান্ত পৰীক্ষা দিবলৈ তাৰ জানো বয়স আছে? বয়স থাকিলেও সময় ক'ত?

তেতিয়া আবেলি। সি পুনৰ কামত ব্যস্ত হৈ পৰিল। চেকেণ্ড টি হাউচ বকৱাৰ চাইকেল খনত নতুন চেইন দাল ফিট কৰি পেদেল পাত ওলোটাই ঘূৰাই দিওঁতেই বাগানৰ পাত তোলা মজদুৰ তিৰোতাবোৰ পাৰহৈ গল। গাভৰু কেইজনী মানৰ মাজত হীৰামনি। চকুৱে চকুৱে পৰাত তাই হাঁহিলে। বহল বুকু পিঠিৰে ওনৈশ বিশ বছৰীয়া হীৰামনিৰ স্বাস্থ্য উন্নত। গাৰ বৰণ মিঠা। দাঁতবোৰ পৰিপাটিকৈ সজোৱা। চাহৰ ঠাৰিৰে মাজি থোৱা দাত দুপাৰিত শৰতৰ বিজুলীৰ চিকমিকনি সুউচ্চ বক্ষ ভূমিত তেজ ৰঙা ব্লাউজটো লিপিট খাই পৰিছে। দীঘল চুলিৰে ছোৱালী জনী সচাকৈয়ে এটুকুৰা হীৰা···বাগানৰ প্ৰাইমেৰীস্কুলত চতুৰ্থ শ্ৰেণীলৈকে পঢ়া হীৰামনিয়ে অসমীয়া কিতাপ কাগজ পঢ়িব পাৰে।

হীৰামনিৰ কথা ভাবি থাকোতেই হাতত চাইকেলৰ ফ্রেম ছুটা লৈ ৰাজেন ওলালহি। হীৰামনিৰ একমাত্র ককায়েক ৰাজেন। বাগানৰ ট্রাক ড্রাইভাৰ। জয়মনিৰ লৰা ছোৱালী এহাল। ৰাজেন আৰু হীৰামনি। বুঢ়াৰ মৃত্যুৰ পিছৰ পৰা জয়মনি বাগানৰ কাম কৰিবলৈ নোযোৱা হল। ৰাজেনে হাতত থকা টকা বিশটা দি কলে।

এইয়া টকা ঘূৰিছে। ৰাম কাইটিৰ দোকানত নাই যাবি ছুট বাবু।

কিয় ?

গাঁৱত 'স্লেক' দি বনোৱা চুলাই ৰাখিছে। এই চব নাই খাবি।

শুনিছো ৰাজেন ভাই। সেই বিহবোৰ খাই মৰিব লাগিলে সকলো পশু হব। অসমৰ বাহিৰত দিবাকৰ। জিলাৰ বাহিৰত আই ৰোপাই। সাৱধান হৈয়ে ফুৰিছো। কিন্তু বৰ ডাঙৰ বিপদ জান ৰাজেন ভাই।

কি বিপদ ?

মই তাক চাৰিশ টকা দিব লাগে যদি নাযাও, টকা দিবলৈ টান পাই নহা হল বুলি ভাবিব। পানী খোৱা মানুহতকৈ পানী বেচা মানুহ বেছি চয়তান।

ব্রিটিছ চব কি আছিল ?

মানুহ।

তবে আজি বিলাতী খাম। অলপ জলদি যাবি।

হাতত থকা 'হনি-বী'ৰ বটল টো দেখুৱাই ৰাজেন থিয় হল। চাইকেলৰ ৰিং টোত স্পক বোৰ টানি টানি ভাস্কৰে যাম বুলি মূৰ জুপিয়ালে। ৰাজেন যোৱাৰ পিছতে বাগানৰ চাকৰিয়াল কেইজন মান আহি নিজৰ চাইকেল বোৰ হাতে হাতে লৈ ক'লেহি—

মাহৰ শেষ ভাস্কৰ। লিখিবা দেই।

দোকানতে দিবহি, তুই তাৰিখে মই দিবাকৰলৈ পঠাব লাগিব।

বৰ মহৎ কাম কৰিছা ভাস্কৰ, চিঠি পত্র পাইছা নে ?

পাইছো।

বাৰু যাওঁ দেই···

মানুহ কেইজন গুছি গল।  থিয় হৈ থকা মানুহ জনলৈ চাই কলে।
পুৰনি টায়াৰ এটাকে লগাই দিছো।  আঠ টকা লাগিব।

গাঁৱৰ অভাবী মানুহ জনৰ মুখত হাঁহি বিৰিঙিল।  মানুহ জনে কিবা এটা কবলৈ মুখ মোলোতেই ধুপুচকৈ কঠাল এটা থৈ অৰ্জুনে কপালৰ ঘামবোৰ মচিবলৈ ধৰিলে।  'ভাস্কৰ চাইকেল হস্পিটাল'ৰ অৰ্জুন দ্বিতীয় ব্যক্তি

## ॥ চাবি ॥

ভাস্কৰৰ দেউতাক কামত সোমোৱা বছৰতেই এক মজদুৰ দম্পতী বোকাখাটৰ পৰা বাঁহনী বাৰীলৈ আহিছিল।  অতঃসত্তা জয়মনিক আশ্ৰয় দিছিল প্ৰভাকৰ ফুকনে।  হাজাৰীক বাগানত কামত ভৰ্ত্তি কৰি দিছিল।  বাগানৰ হস্পিটালত ৰাজেনৰ জন্ম হৈছিল।  হাজাৰী আৰু জয়মনিয়ে প্ৰভাকৰ ফুকনক আপোন মানুহ বুলি ভাবিছিল আশ্ৰয় দানৰ সমান মহৎ দান পৃথিবীত একো নাই।  ৰাজেনক বুকুত সাৱটি জয়মনি বাগানৰ লাইনৰ ঘৰ এটাত থাকিবলৈ লৈছিল।  তিনি মহীয়া ৰাজেনক ছাতিৰ তলত শুৱাই থৈ জয়মনিয়ে পাত তুলিছিল। লাহে লাহে দিন বাগৰি গৈছিল।  ৰাজেনৰ জন্মৰ চাৰি বছৰৰ পিছতেই মতা মহৰী প্ৰভাকৰ ফুকনৰ বিয়া হৈছিল। বিয়াৰ এবছৰৰ পিছত দিবাকৰ জন্ম হৈছিল দুবছৰৰ পিছত ভাস্কৰক জন্ম দি অনিতাই ছোৱালী নোহোৱাত জয়মমণিৰ ওচৰত বেজাৰ কৰিছিল।  প্ৰায় বাৰ বছৰৰ পিছত জয়মণিৰ কোলাত হীৰামণিক দেখি অনিতাই কান্দিছিল। হীৰামণিৰ দহ বছৰ বয়সত এদিন জয়মণিও উচুপি উঠিছিল।  অনিতাৰ চকুলৈ চাই কৈছিল।  "আদমী এক দিগেসে সুখী নাই হৈতে পাৰে বাবুৰানী।"  হীৰামণিক সাৱটি তাই কান্দিছিল।  তাই যিকোনো

সময়তে মতা মহবীৰ বুদ্ধি পৰামৰ্শ লৈছিল।

জয়মনিৰ কোলালৈ হীৰামণি আহিছিল নাটকীয় ভাবে। হীৰামনিৰ জন্ম ৰহস্যৰ কথা কোনেও নাজানিলে। দুৰ্বল মুহূৰ্ত্তত জয়মনি ধৰা পৰি গৈছিল অনিতাৰ হাতত। অনিতাই সেই শৃঙ্খাৰ দৃশ্যৰ কথা গিৰিয়েক প্ৰভাকৰ ফুকনক নকলে। এইবোৰ শুনিলে স্বামীৰ চৰিত্ৰ নষ্ট হব বুলি অনিতাই ভাবিছিল। কাৰণ দুটা সন্তানৰ মাতৃ হলেও জয়মনিক যি কোনো পুৰুষেই গলৰমণি কৰি লোৱাৰ ভয়। সচেতন নাৰীয়ে দুঃশাসনইঁতৰ কথাবোৰ লুকুৱাই থয়।

ৰাজেনৰ আহ্বানক্ৰমে সেইদিনা ভাস্কৰ জয়মনিৰ ঘৰলৈ গৈছিল। ভাত খাবলৈ দি জয়মনিয়ে ৰাজেনৰ বিয়াৰ প্ৰস্তাৱ দাঙি ধৰিলে। ৰাজেন জয়মনিৰ একমাত্ৰ ল'ৰা। ভাস্কৰৰ চকুলৈ চোৱাত ৰাজেনৰ হৈ সিয়েই কৈছিল। বিয়া পতা ডাঙৰ কথা নহয়। ছোৱালী এজনী চাই চিতি আনিব লাগে। ভাতৰ মণ্ডটো গিলি ৰাজেনে কৈছিল। একমাত্ৰ ভনী হীৰামনিক প্ৰথমে বিয়া দিব লাগিব। তাইক সি পলাই যাবলৈ কেতিয়াও নিদিয়ে। হীৰামনিয়ে সিহঁতৰ কথা শুনি হাঁহিছিল। ভাত পানী খোৱাৰ পিছত হীৰামনিয়ে ভাস্কৰক বিছনা পাৰি দিছিল। মাজে মাজে ভাস্কৰ হীৰামনিৰ অনুৰোধত থাকি যায়। মাতৃ-ভাতৃ আৰু ভগ্নীৰ মৰমত বুৰগৈ ভাস্কৰে উচ্চ-নীচ পাহৰি যায়। জয়মনি মজদুৰ হলেও দেবী স্বৰূপা। ৰাজেন ৰাজেন্দ্ৰই নহয় জীতেন্দ্ৰও। আৰু হীৰামণি? হীৰামনিয়ে নতুন বিছনা চাদৰখনৰ ওপৰত গাৰুটো দি ভাস্কৰক শুবলৈ দিছিল। সি কোঠাটোলৈ সোমাই গৈ গাৰুটো দেখি মাজনিশা চেক্ চেক্কৈ হাঁহিবলৈ ধৰিলে।

কি হ'ল ভায়া?

চাচোন ৰাজেন ভাই। এই পাগলীজনীয়ে কি লিখিলে?

ৰাজেনৰো হাঁহি উঠিল। কিনো ভুল হ'ল হীৰামনিয়ে তেতিয়াও ধৰিব পৰা নাছিল। তাই আঙুলি কামুৰি বৈ গ'ল। গাৰুটো দাঙি ভাস্কৰে কলে।

মোৰ নামটো ভুলকৈ লিখিলি। ভ—ত আকাৰে ভা, সৰ তলত ক ৰ···ভাস্কৰ। আৰু মোক ককাই বুলি নামাতিবি। ভাস্কৰৰ কথা শুনি ৰাজেন আঁতৰি গ'ল। সি তাইৰ ঠুটবিটোত ধৰি কলে।

চাচোন। তই লিখিছ ভা চ কৰ ককাই '' মই দাদাহে। আজি শুইছো ৰাক কালিলৈ সূতাবোৰ খুলি পেলাবি···

তাই আমন জিমনকৈ থিয় হোৱাত তাৰ বেয়া লাগি গ'ল। পুনৰ কলে।

তোমাক মই এজনী আদৰ্শ গাভৰু কৰি গঢ়িম।

তুমি হীৰামনি হৈ থাকিলে নহব। তুমি হব লাগিব মোৰ মন হীৰাদৈ··· যোৱা শুই থাকাগৈ।

আই আঁতৰি গৈছিল। জয়মনিয়ে বিছনাখনত বহি বিচি আছিল। তাই গৈ বিচনাত উঠাৰ লগে-লগে জয়মনি শুই পৰিছিল। তেতিয়া দোভাগ ৰাতি। ৰাজেনৰ চকুত টোপনি নাই। ভাস্কৰৰ লালকাল টোপনি। হঠাৎ চিঞৰ বাখৰ শুনি ৰাজেনে গাৰুৰ পৰা মূৰটো তুলি ধৰিলে। হুলস্থুল বেছি হোৱাত সি ভাস্কৰৰ কোঠালৈ আহি মাত দিলেহি।

ভাস্কৰ ভাই, হেই ভাস্কৰ ভাই···

হুঁ কি হল ?

শুনচোন বৰ হুলস্থুল শুনিছো।

মদ পানী খাই হুলস্থুল কৰিবই। চৰায়ে ৰমলিয়ালে যাবি, ফল-মূলকে পাবি। মানুহে ৰমলিয়ালে নাযাবি চৰ লাঠী খাবি।

কল ঘৰৰ ফালে কিবা এটা হৈছে।

ব'ল কি হৈছে চায়েই আহোঁগৈ।

হীৰামনিক মাত লগাই সিহঁত দুয়োটা ওলাই গুছি গ'ল।

চাল্লা কুট্টে কামিনে। মতা মহৰী খাৰাপ তুই ভাল নাই ? মাৰ চাল্লাকে···

সেইটো গণেশেই হব। সিহঁত আগবাঢ়ি গল উপৰ্যুপৰি কাৰোবাৰ

পিঠিত লাঠীৰ প্ৰহাৰ পৰিছে। কুকুৰ খোজেৰে আগবাঢ়ি গৈ সিহঁত কলঘৰৰ সমুখ পালেগৈ। এখন অচিনাকি ট্ৰাকত কিছুমান চাহৰ বাকচ। কল ঘৰৰ চকীদাৰৰ মৃত দেহটোৰ কাষতে ঘন ঘনকৈ উশাহ লৈ বৰবাবু বেহুচ হৈ পৰি আছে। জনতাৰ মাজলৈ ৰাজেন আৰু ভাস্কৰ সোমাই গ'ল। গণেশৰ মুখামুখি হোৱাত সি ভাস্কৰক সাৱটি ধৰি কলে।

ইয়াৰ কথামতেই আমি তোৰ বাপক আক্ৰমণ কৰিছিলোঁ। ছোট বাবু! দেখ ই নিজেই চাহৰ বাকচ চুৰি কৰিছিল। মোক মাফ কৰি দে ছোট বাবু ··

ভাস্কৰে মুখেৰে মাত নিদি গণেশৰ হাতত ধৰি আগবাঢ়িল। বৰ বাবুৰ মুখেদি তেজ বৰ ধৰিছে। ভাস্কৰৰ পিঠিত হাত দি ৰাজেনে ঘূৰি যোৱাৰ ইঙ্গিত দিছিল। কিন্তু সিহঁত আঁতৰি যোৱাৰ আগতেই পুলিচ পালেহি। পুলিচ বিষয়াজনে চিঞৰি কলে। আপোনালোক কোনো নাযাব। সকলোকে গ্ৰেপ্তাৰ কৰা হ'ল। গণেশে বুকু ফিন্দাই মাত দিলে।

চাৰ। মোৰ কবলগীয়া আছে।

ইয়াত একো কব নালাগে, থানাত কৰা। তোমালোক সকলোকে গ্ৰেপ্তাৰ কৰা হ'ল।

আপুনি সকলোকে গ্ৰেপ্তাৰ কৰিব কেনেকৈ? যি জন দোষী তেওঁক ধৰি লৈ যাওঁক।

তাৰমানে তুমি দোষী নোহোৱা?

বৰ বাবুক মই খুন কৰিছোঁ। মই বৰ বাবুক মাৰ মাৰি নিদিয়া হ'লে হয়তো কলেহেঁতেন এই কাম ভাস্কৰে কৰিছে।

ভাস্কৰ কোন? পুলিচ বিষয়াজনে ভাস্কৰক বিচাৰিলে।

ভাস্কৰ এইজন। এওঁৰ দেউতাকক চক্ৰান্ত কৰি কামৰ পৰা আঁতৰাই বৰবাবুৱে নিজৰ পুতেকক সেই পদবীত নিযুক্তি দিছিল।

সেই জন, কোন জন ইয়াত আছেনে?

চাওক চাৰ। ইয়াত নতুন বাবুৰ বাহিৰে সকলো আছে। বৰবাবুৰ লৰাই আমাৰ চকীদাৰক হত্যা কৰি পলাই সৰিব নোৱাৰিব। আৰু ভাস্কৰ, ৰাজেন, মদন, চব আৰু আমি তাক ধৰি আনিবই লাগিব।

গনেশৰ পিছে পিছে মানুহবোৰ লৰৰ ধৰিলে। সিহঁতে বৰবাবুৰ ঘৰ ঘেৰাও কৰিলে। মাক আৰু ভাই ভনীৰ কবলৰ পৰা আহত বিচিত্ৰক দাঙি লৈ কলঘৰৰ সমুখত পেলাই দিলেহি। মদনে কলে।

এই জনেই বিচিত্ৰ কাকতি। ৰবাবুৰ পুত্ৰই কলঘৰৰ চকীদাৰৰ বুকুত ডেগাৰ মাৰি হত্যা কৰি পলাব ধৰোতেই মোৰ দাৰ ঘাপত হাত খন ছিগি গল।

ছিগো ছিগো হাত খনত ধৰি মেনেজাৰ কপিছিল। পুলিচে গনেশ মদন আৰু ভাস্কৰকে কেন্দ্ৰ কৰি প্ৰায় ত্ৰিচজন মজতুৰক গেপ্তাৰ কৰিলে। মেনেজাৰৰ নিৰ্দেশ ক্ৰমে ৰাজেনে বাগানৰ ট্ৰাকখনত সকলোকে তুলি যাবলৈ সাজু হ'ল। চাৰিটা বিহাৰী আৰু পিতৃ পুত্ৰৰ লগতে চকীদাৰৰ লাচটো লৈ পুলিচৰ দলটো গুচি গল। তেতীয়া ৰাতি পুৱাবলৈ বেছি সময় নাছিল।

জয়মনিয়ে কেইবা বাৰো মাতিও হিৰামনিৰ মুখৰ মাত নাপাই পুৱতি নিশা নিজেই উঠি গল। হীৰামনিয়ে সূতাবোৰ ভৰাবলৈ লওঁতেই জয়মনিয়ে ভাস্কৰ আৰু ৰাজেনৰ খবৰ ললে। পুৱতি নিশা কলঘৰৰ ফালৰ পৰা ঘূৰি অহা মানুহবোৰৰ মুখত কলঘৰৰ ঘটনাটো শুনি জয়মনি উচুপি উঠিল।

## ॥ পাঁচ ॥

বাঁহনীবাৰী বাগিছাৰ ষ্টাফ কলনিত হুৱা দুৱা লাগিল। হাস্পটালত ৰৰবাবুৰ মৃত্যু হল। পুত্ৰ বিচিত্ৰৰ সোঁহাতত খন কাটি পেলোৱা হ'ল। পুলিচৰ প্ৰহৰাত বিচিত্ৰ চিকিৎসাধীন। গনেশ আৰু মদনৰ বাহিৰে পুলিচে সকলোকে এৰি দিলে। ৰাজেনৰ ট্ৰাকত আহি সকলো বাগিছা পালেহি। পোষ্টমৰ্টেম কৰি ঘূৰাই অনা কলধৰৰ চকীদাৰৰ মৃত দেহটো বাগিছাৰ এমূৰত সংকাৰ কৰা হল।

সেইদিনা বাগিছাৰ বাহিৰে ভিতৰে সকলো কাম বন্ধ হৈ গল। মেনেজাৰ দিগন্ত শকৰা মহা চিন্তাত পৰিল। ঘিণ লাগিল গজেন কাকতিলৈ। গজেন কাকতিৰ মৃত দেহটো সম্পৰ্কীয় কোনোবা এজনে টেক্সীৰে আনিছিল। ভদ্ৰতাৰ খাতিৰত ষ্টাফৰ সকলো খৰি দিবলৈ গল।

ৰৰবাবুৰ আপোন মানুহবোৰ খবৰ পাই আহিছিল। বেদৰ বিধিমতে কাম সকামৰ আয়োজন হল। বাগিছাৰ মজদুৰ কোনো নাছিল। এইখন চাহ বমুৱাৰ নিজা বাগিছা। বিদ্যালয়ৰ ছাত্ৰ ছাত্ৰীয়ে এইখন আমাৰ বিদ্যালয় বুলি কোৱাৰ দৰে মজদুৰ সকলেও কব পাৰে সেইখন সিহঁতৰ বাগিছা। এনে এটা মহান সম্পত্তিৰ অনিষ্ট সাধন কৰিবলৈ অহা ব্যক্তি গজেন কাকতি মহাপাপী। এনে পাপীৰ মুখ চাব নাপায়। চকীদাৰৰ মৃত্যুত বাহনীবাৰীৰ সমূহ মজদুৰৰ চকুত চকুলো বৈ গ'ল। বাপেক পুতেকৰ যুটীয়া আক্ৰমণত চকীদাৰৰ মৃত্যু হল। চকীদাৰক হত্যা কৰি বিচিত্ৰ নিষ্কণ্টক হব খুজিছিল। ৰৰবাবুৰ মূৰত লাঠিৰ কোবটো পৰাৰ লগে লগে বিচিত্ৰ লৰৰি আহিছিল। মদনৰ দাৰ খাপত বিচিত্ৰ বাগৰি পৰিছিল। হাতখন ছিগো ছিগো অৱস্থাত সি ৰাওঁ হাতেৰে

ধৰি পৰি যোৱাৰ পৰা লৰৰ ধৰিছিল। গনেশৰ লাঠিৰ প্ৰহাৰত বৰবাবু ধোৰা সাপৰ দৰে পৰি থাকিল।

এমাহৰ পিছত বিচাৰ হৈছিল। গনেশ আৰু মদনৰ তিনি বছৰ কৈ জেলৰ আদেশ হল। বিকলাঙ্গ বিচিত্ৰ কাকতিক সাত বছৰলৈ কাৰাবাসৰে দণ্ডিত কৰা হল। গনেশ আৰু মদনৰ বক্তব্যৰ বহুত কথাই প্ৰকাশ পাইছিল। বাঁহনীবাৰী বাগিছাৰ তিনি আলিত থকা ৰাম কাইটিৰ দোকানলৈ বাগানৰ বন্ধুৱা ভাই সকল যায়। চেকেণ্ড টি হাউচ বাবুৰ খুলশালী ৰাম কাইটিৰ দোকানত বৰ বিহ বেচা হয় বুলি জানিব পাৰিছিল। জীৱন প্ৰেমী মদাহী সকলে ৰাম কাইটিৰ দোকান এৰি দিছিল যদিও মঙ্গল বুধু, লক্ষ্মণইঁতক মৃত্যু শৰ্য্যাৰপৰা বুটলি আনিবলৈ সিইঁত নিশা নিশা গৈছিল। ৰাম কাইটিয়ে সিইঁতক বিলাতী মদৰ বটল দিছিল। প্ৰতিশ্ৰুতিত মুগ্ধ হৈ সিইঁতে সেইদিনা বটলটো তাতেই খাইছিল। ৰাম কাইটিয়ে ভৱিষ্যতে চুলাই মদ নেবেচো বুলি প্ৰতিশ্ৰুতি দিয়াত সিইঁত হাঁহি মাতি গুছি আহিছিল। মাদলৰ চেৱে চেৱে নাচি ওৰে নিশাটো হাড়িয়া খাই থাকিব পৰা মদন গনেশৰ সেইদিনা নিছা হোৱা নাছিল। দুয়ো কথা পাতি কলঘৰৰ আগেদি আন দিনৰ দৰেই পাৰ হৈ যাবলৈ গৈ হঠাৎ বৈ গৈছিল। দুৱাৰ ভাঙি বাকচ উলিয়াই দি বৰবাবুৱে কৈছিল। কোনো ভয় নাই। ৰাতিপুৱা পুলিচ অহাৰ লগে লগে মদন, গনেশ, ৰাজেন আৰু ভাস্কৰক ধৰাই দিব পাৰিলে সকলো শেষ হৈ যাব।···

সিইঁত আন্ধাৰত বৈছিল। আনটো মূৰত চকীদাৰে গোঁ গোঁৱাইছিল। বৰবাবুৰ মূৰত লাঠিৰে মাৰোতেই বিচিত্ৰই চকীদাৰক শেষ কৰি লৰৰি আহি হাতখনত ঘাপটো তুলি লৈছিল।

গনেশ আৰু মদনৰ এই কথাত আদালত কক্ষ নিজম পৰিছিল। সিইঁতৰ সংস্কাৰ মূলক অভিযান আছিল সেইয়া। সিইঁতে বচাই দিছিল ভাস্কৰ আৰু ৰাজেনক। সাক্ষীৰ কাঠ গড়ালৰপৰা নামি যাওঁতে গনেশে কৈছি—

হাকিম চাহাব। মতাবাবুক পুনৰ কামত ভৰ্ত্তি কৰিব লাগিব।
মেনেজাৰ চাহাব! একবাৰ জেল খালে হাজাৰবাৰ আহিবলৈ ম'কা থাকে।···

বাগানৰ ষ্টাফৰ মাজত থিয় হৈ থকা মেনেজাৰ দিগন্ত বৰুৱাৰ গা শিয়ঁৰি উঠিছিল। কাৰাবাসৰ আদেশ হোৱাৰ পিছতেই আদালত কক্ষৰ পৰা মানুহবোৰ আঁতৰি গৈছিল।

কেইদিন মানৰ পিছত। ভাস্কৰ চাইকেল হাস্পটালৰ সমুখত মেনেজাৰ দিগন্ত বৰুৱাই অৰ্জুনক ৰাস্তালৈ মাতি আনি ভাস্কৰ আছেনে সুধিলে। ভাস্কৰ তিনি নম্বৰ লাইনৰ ড্ৰাইভাৰৰ ঘৰলৈ গৈছে বুলি জানিব পাৰি দিগন্ত বৰুৱাই ভাস্কৰক লগ ধৰিবলৈ খোজ পেলাবলৈ ধৰিলে। সন্ধিয়া। সন্মুখত থিয় হোৱা জনক মাতনিদিলে চিনিব নোৱাৰা আন্ধাৰ। আকাশ নিৰ্মল। শৰত কালক আমন্ত্ৰণ জনোৱা সময়। মেনেজাৰ আগ বাঢ়িল। কলঘৰৰ পৰা ভাহি অহা চাহৰ কমলা মিঠা সুগন্ধিয়ে মেনেজাৰক আন্ধাৰতে চুমা খাই গ'ল। শিৰীষ গছৰ পাতত ঢুক ঢুক কপনি ··· ভয় শঙ্কা বেদনাৰ বীভৎস ছবিবোৰ মনলৈ আহিব পৰাকৈ পূৰ্ণ নিৰ্জনতা ··· মেনেজাৰ আৰু আগবাঢ়ি গ'ল। স্থূল পচুমজোপাৰ তলৰপৰাই মাত দিলে।

ড্ৰাইভাৰ আছানে ?

ক্ষন্তেক নীৰৱতা। জিভাখন কামুৰি হীৰামনি কঁপিবলৈ ধৰিলে। ভাস্কৰে সাহস দি ওলাই যাবলৈ ক'লে। তাই ওলাই যোৱাত মেনেজাৰে সুধিলে।

ড্ৰাইভাৰ আছেনে ?

নাই।

কলৈ গল ?

সাত নম্বৰ।

আৰু কোন আছে ?

ছোট বাবু।

"কোন ছোট বাবু ?

ভা চ ক ৰ ···

অ' ব'ল। মই ভাস্কৰকেই বিচাৰি আহিছো।

ব্রাণ্ডীৰ বটলটো মেজত লৈ ভাস্কৰ বহি আছিল। মেনেজাৰক দেখি সি নমস্কাৰ নজনালে। মাত্র কলে।

ৱেল কম্, প্লিজ বি চিটেদ্।

আপুনি ইয়াত! মই আপোনাক বিচাৰি আহিলো।

মোক ইয়াতে পাম বুলি বিচাৰি অহাৰ পিছত, মোক দেখি আচৰিত হোৱাৰ কাৰণ নেদেখো। হীৰা! গিলাচ এটা দে, আৰু মাংসও দিবি।

কি মাংস ?

ইহঁত খৃষ্টান নহয় হিন্দু। আৰু আপুনি ৰাম কাইটিৰ দোকান,গাহৰী মঙহ খাইছে যেতিয়া ইয়াত মুৰ্গী মাংস খোৱাত বাধা নাই। চিয়েৰচ,···

ভাস্কৰৰ ৰক্ত জবাৰ দৰে জিলিক থকা চকু দুটালৈ চাই দিগন্ত বৰুৱাই মদৰ গিলাচটো দাঙি কলে।

ইয়েচ কৰিয়ন, চিয়েৰচ,···

আপুনি মোক বিচাৰিছেনে ড্রাইভাৰক ?

মোক বিচৰাৰ কাৰণ বুজিব পৰা নাই। গাত গা লাগিলেও মাত নিদিয়া ব্যক্তি এজনক হঠাৎ মজদুৰ লাইনলৈ বিচাৰি আহিল যে ?

বিশেষ প্রয়োজন মিঃ ফুকন।

হাঁহি উঠিছে। অৱশ্যে মোকো কিবা এটা কাৰণত গাঁতত পেলাই পাখি দুখন ভাঙি পেলালে আপোনালোক সুখেৰে থাকিব পাৰিব। কিন্তু এটা কথা মিঃ বৰুৱা। অজগৰে খেদি নাযায়: মুখ মেলি ৰৈ থাকে। মই কালান্তক অজগৰ, প্রয়োজন হলে আপোনাক এতিয়াই হজম কৰি পেলাম।

শুনক মিঃ ফুকন। আপুনি যদি অজগৰ; মই মাত্র ক্ষুদ্র হৰিণা। মুখ মেলক মই নিজেই সোমাই যাম। কিন্তু তাৰ আগতে এষাৰ কবলৈ দিয়ক।

হীৰা। অলপ মাংস আন।

তাই পিৰিচ তুখনত মাংস দিওঁতে লাহি কোমল আঙুলি কেইটালৈ চাই হীৰামনিৰ মুখলৈ চাবলৈ মেনেজাৰে চেষ্টা কৰিছিল। মেনেজাৰে পুনৰ কলে।

মই অনুতপ্ত। মই এতিয়া সকলো বুজিলোঁ। নতুন মানুহ লোৱাতকৈ আপোনাৰ দেউতাককে লব খুজিছো। বৰ্ত্তমান দুটা পদ খালী আছে। আপুনিও বাগানৰ কামকে কৰক।

মই হাস্পতালৰ ৰোগীবোৰ কি কৰিম? মই মেট্রিক ফেইল বাগানত চাকৰি কৰিবলৈ মোৰ যোগ্যতা ক'ত? দেউতাক বিচৰাত ভাল পাইছোঁ। কিন্তু দেউতাক আপুনি নিজে মাতি আনিব লাগিব।

মই।

নিশ্চয় আপুনি যাব লাগিব। আপোনাৰ আগতেই চাকৰিত ভৰ্তি হোৱা মোৰ দেউতা পুৰণি মানুহ। আপুনি মজদুৰক তেতিয়া বুজাই নিদিলে কিয়? স্মাৰক পত্ৰ কোনে লিখিছিল? কাৰ কি গোপন অভিসন্ধি আছিল বিচাৰ নকৰা কাৰণে আপুনি দায়ী। আপুনি গনেশৰ শেষৰ কথাযাৰত সাৰ পাই উঠিছে। মোক কামত ভৰ্তি কৰি আপোনাৰ মেনেজাৰি মকৰা জালত পেলাব খুজিছে নহয়? যি মজদুৰে দেউতাক ইনচাল্ট কৰিলে; সেই মজদুৰৰ মজিয়াত এজনী ভৰ যৌৱনা গাভৰুক আগত বহুৱাই মই মদ খাইছোঁ। আপুনি আহত বাঘৰ কাষত বহি বৰ ভুল কৰিছে মিঃ বৰুৱা।

মোৰ অনুৰোধ ৰাখক। অনুমতি দিলে মই নিজেই গৈ আপোনাৰ দেউতাক লৈ আহিমগৈ।

আনক গৈ। কিন্তু চাহ গছৰ বিষাক্ত পোকবোৰ দৰব দিয়াৰ আগতে চিনি লব। নহলে গছ মৰি যাব।

মই সাৱধান হ'ম। এতিয়া বলক যাওঁ। মোৰ বঙলালৈ যাওঁগৈ।

নাযাওঁ। আপোনাৰ বঙলালৈ যোৱা দেখিলে বাগানৰ বাবুবোৰে আপোনাক কাপুৰুষ বুলি হাঁহিব। মই চাকৰিত সোমালে গনেশ আৰু

মনে সুবিধাবাদী বুলি তিৰস্কাৰ কৰিব। এদিনটো সিহঁত উভয়েই ঘূৰি আহিব···

মেনেজাৰৰ গাটো কঁপি উঠিল। ক'লে।

মই নিজেই যাম। পুৱা ৰাজেনক বঙলালৈ পঠাই দিব। এতিয়া যাওঁগৈ।

ৰব চাৰ! আপোনাক ভাস্কৰদাই আগবঢ়াই থৈ আহিব। দিন কাল ভাল নহয়। নহলে ইয়াতে শুই থাকক।

মেনেজাৰ দিগন্ত বকৱা ধুপুচকৈ চকীখনত বহি পৰিল। ছোৱালী জনীৰ মুখলৈ চাই কলে।

মিঃ ফুকন। মেনেজাৰ আপুনি হে মই নহয়। মোৰ বাগানৰ চাহ বনুৱাৰ মনৰ কথা মই একোকে নাজানো। চৰাইৰ দৰে মিঠা মাত্ত কথা শিকি পেলোৱা এইজনী মজদুৰ কন্যা নহয়।

চৰায়ে মুখস্থ মাতে চাঁৰ। মোক চৰাই বুলি কলে কিয়? মই লিখা পঢ়া কৰিছো। স্ব-জ্ঞান বুদ্ধিৰে আপোনাৰ দীৰ্ঘায়ু কামনা কৰিহে কথাবোৰ কৈছিলো।

ফুকন। আপুনি বুজাই দিব মই আহিলোঁ।

জয়মনি আৰু ৰাজেনে কথাবোৰ শুনি আছিলহি। মেনেজাৰক মাতিবলৈ ভয় কৰি সিহঁত চুপ হৈ পৰিছিল। সিহঁত আহিছে বুলি জানিব পাৰি ভাস্কৰে টৰ্চটো লৈ মেনেজাৰৰ লগত ওলাই গ'ল।

কথা পাতি পাতি দুয়ো কলঘৰৰ আগেদি আগবাঢ়িল। নিশাৰ নতুন চকীদাৰে দীঘলকৈ চালাম এটা দি ভাস্কৰলৈ চালে। চকুৰে চকুৰে পৰাত স্প্ৰীঙৰ দৰে কপাললৈ হাতখন নি ভাস্কৰকো নমস্কাৰ দিয়াত ভাস্কৰৰ হাঁহি উঠিল। চাইকেল বাবুটো মেনেজাৰৰ লগত কিয় ঘূৰিছে সি বুজিব নোৱাৰিলে। কথাৰ সোঁতত উটি গৈ দুয়ো বঙলা পালেগৈ। বঙলাৰ গেটৰ পৰাই ঘূৰি আহিল। মেনেজাৰে আপোন কৰি লবলৈ বঙলাত বহাৰ কাৰণে তাক অনুৰোধ কৰিছিল। ভাস্কৰ নগ'ল। চিগাৰেট এটা জ্বলাই গুদ নাইট দি গুচি আহোঁতে ভাস্কৰে

ভাবিছিল। ঘপকৰে অহা বৰষুণ জাকত নিৰ্ভৰ কৰি কঠিয়া পাৰিব নোৱাৰি···

## ॥ ছয় ॥

জয়াবাৰীৰ নামঘৰৰ পশ্চিমফালে নগাঁৱৰ গজেন কাকতিয়ে ( মৃত বৰ বাবু ) প্ৰভাকৰ ফুকনৰ সহযোগতেই পাঁচ বিঘা মাটি কিনি লৈছিল। চক্ৰান্তৰ বলি হৈছিল প্ৰভাকৰ ফুকন। ভাগ্য চক্ৰ ঘুৰিবলৈ ধৰিলে। বৰবাবুৰ মাজু পুত্ৰই ফাকি দিছিল। আকস্মিকভাৱে মৃত্যু হোৱা গজেন কাকতিৰ কাৰণে বেজাৰ কৰিছিল। গাওঁখনলৈ গজেন কাকতিৰ পৰিয়ালটো আহিল। গাঁৱৰ মানুহৰ সহায়ত কেঁচা ঘৰ এটা সাজি পৰিয়ালটো সোমাই লৈছিল। বাৰান্দা পাকঘৰ লাহে লাহে সাজিবলৈ ধৰিছিল।

কিন্তু মেনেজাৰ দিগন্ত বৰুৱাৰ মুখে কথাবোৰ শুনি প্ৰভাকৰ ফুকন আচৰিত হ'ল। প্ৰভাকৰ ফুকন মেনেজাৰৰ লগত যাবলৈ সন্মত হৈছিল। প্ৰভাকৰ ফুকনৰ লগত প্ৰতিবেশী কাকতিৰ ঘৰলৈ মেনেজাৰ গৈছিল। টিনৰ চালিৰে সাজি লোৱা ঘৰটোত কাকতি পত্নী মেনেজাৰক দেখি উচুপি উঠিল। কাকতিৰ মাজু পুত্ৰ অচ্যুত কাকতিয়ে বহিবলৈ দিলে। কথা বতৰাৰ মাজেদি প্ৰভাকৰ ফুকনে কলে।

অচ্যুত ! মোক চাৰে নিবলৈ আহিছে। মই যাবলৈ ওলালো। মোৰ ঘৰটো চাবা।

আপুনি যায়গৈ। কাকতিৰ পত্নীয়ে আচৰিত হৈ সুধিলে।

এৰা। ঘটনাৰ কথা মই আজিহে ভালকৈ বুজিলোঁ। বৰ্তমান বাগানত কাম কৰা মানুহেই নাই। মোৰ চাকৰিটোৰ কাৰণে মেনেজাৰ নিজেই অহাত যাবলৈ ওলালো।

প্ৰভাকৰ ফুকনে তামোলখন মুখত ভৰাই পুনৰ কলে।

মই নগলোঁহেঁতেন অচ্যুত। অসমৰ বাহিৰত থকা দিবাকৰক টকা-পইচা দিব লাগে কাৰণেই গলোঁ।

বহাৰ পৰা উঠি আহোঁ তেন্তে বুলি মেনেজাৰ দিগন্ত বৰুৱা ফুকনৰ লগত গুচি আহিল।

গজেন কাকতিৰ অন্যায় বিচাৰৰ কথা ভাবি কাকতিৰ পত্নীয়ে হুকহুককৈ কান্দিবলৈ ধৰিলে। অনিতাই চাহ লুচিৰে মেনেজাৰ আৰু ৰাজেনক শুশ্রূষা কৰিলে। অনিতাই কাকতিৰ ঘৰলৈ নগল। যাওঁগৈ বুলি কলে কটাঘাত চেঙাতেল দিয়াহে হব। এক বাজিলৈ পোন্ধৰ মিনিট মান থাকোঁতেই যাত্রা আৰম্ভ হ'ল। এম্বেছেদৰ গাড়ীখনত চন্দ্রমাক কোলাত লৈ অনিতা বহিল। ড্রাইভিং চিটৰ কাষতে প্রভাকৰ ফুকন বহিল। চলন্ত মটৰত মেনেজাৰ দিগন্ত বৰুৱাই কথা পাতিবলৈ লাগিল। পিছে পিছে ৰাজেনৰ ট্রাকখন।

ইমান নীচ ব্যক্তি বুলি মই ভাবিব পৰা নাছিলোঁ ফুকন। গণেশ আৰু মদনক উচতাই আপোনাক আঁতৰ কৰা ষড়যন্ত্র যে তেৱেঁই কৰিব পাৰে মই গণেশৰ জবান বন্দী শুনাৰ আগলৈকে ভাবিব পৰা নাছিলোঁ। কিয় এনে হ'ল বাৰু?

এইবোৰ ভগবানৰ কাম চাৰ। মান-অপমান, অভাব-উভৈনদী একেই। টকাটোৰ ইপিঠি সিপিঠিৰ দৰে মানুহৰ ভাগ্য আৰু দুৰ্ভাগ্য লগে লগে থাকে। তলপৰ বজাৰত মোক অপমান কৰা হৈছিল। বোধ হয় মহাভাৰতৰ দ্রৌপদীয়েও এইদৰে লাজ পোৱা নাছিল। আপুনি অহাৰ কাৰণেই মই গলোঁ।

কাকতিৰ পত্নীয়ে মোক ফাঁকি দিছিল। এখন গাড়ীত বাপেক পুতেক ডিব্রুগড়লৈ গৈছিল। বিপৰীত ফালৰ পৰা অহা ট্রাক এখনে খুন্দা মাৰিছিল। দেউতাক গজেন কাকতিৰ গাড়ীৰ ভিতৰতে মৃত্যু হ'ল। বিচিত্রৰ হাত ভৰি ভাগিছে। ভাল হবলৈ কমেও ছয় সাত মাহ মান লাগিব। এনেকৈ ফাঁকি দিয়া মানুহ গৰাকীক চন্দ্রমাৰ মাকে খঙতে মাত নলগালে।

মেনেজাৰে হাঁহিলে। ক্ষন্তেক নীৰৱতা। চন্দ্ৰমাই কান্দিছিল। মেনেজাৰে পিচলৈ ঘূৰি চাই হাঁহিছিল। গাখীৰ খাবলৈ বিচৰা চন্দ্ৰমাৰ মুখখন চাদৰৰ আচলৰে লুকুৱাই অনিতাই বাহিৰৰ আকাশখনলৈ চাই থাকিল। অনিতাৰ দিবাকৰ আৰু ভাস্কৰলৈ মনত পৰিল। দিবাকৰে এই নাটৰ দৃশ্যাৱলীৰ কথা নাজানে। সি এদিন ইঞ্জিনিয়াৰ হৈ বাগানলৈ ঘূৰি আহিব। সেইদিনা বাগানত পিতৃ-মাতৃক নাপাই খুব কান্দিলেহেঁতেন। কান্দি কান্দি সি গাঁৱৰ ঘৰলৈ গৈ মাক-বাপেকক সাৱটি ধৰি বহুত কথা ক'লেহেঁতেন। ছয়মাহ বনবাস খাটি আকৌ যাব লগা হ'ল কিয়? কালজ্বহনী বুলি চন্দ্ৰমাক দোষ দিবলৈ একো নাই। তাই শেষ বয়সৰ আদৰৰধন। ঘন আন্ধাৰত তাই এচমকা পোহৰ হৈ বৃদ্ধ দম্পতীৰ মুখ দুখনি জিলিকাই তুলিব।

কথাবোৰ ভাবি থকা অনিতাৰ চকুত বাগিচাখন লাহে লাহে জিলিকি উঠিল। দূৰত টুকুৰী লৈ বহুতো চিনাকি মজদুৰ তিৰোতা কাষেদি পাৰ হৈ গ'ল। চাৰে চাৰি বজাত কাকতি আৰু প্ৰভাকৰ ফুকনৰ কোৱাৰ্টাৰৰ সন্মুখত মেনেজাৰে গাড়ীখন ৰখাই দিলেহি।

মেনেজাৰৰ গাড়ীৰ পৰা বাকচ আৰু ছুইটকেছটো প্ৰভাকৰ ফুকনে নিজেই নমাই নিলে। মেনেজাৰ গুচি গ'ল। ৰাজেনৰ নিৰ্দেশক্ৰমে মজদুৰ কেইজনে বস্তুবোৰ ভিতৰলৈ নি ঠায়ে ঠায়ে পাতি দিলে। প্ৰভাকৰ ফুকনে ক'লে।

হেৰা তুমি সেইবোৰ বাদ দিয়া। সত্তহতে সেই পুৰণি চৌকাতে চাহ কৰি ইইঁতকো দিয়া। ছোৱালীজনী শুলে যেতিয়া, এইবোৰত ময়ো লাগিব পাৰিম।

সন্ধিয়া বিজুলী চাকি কেইটা জ্বলাই অনিতাই আগৰ থাপনা পতা ঠাইতে পানী এচাটি মাৰি চাকি এগচ জ্বলালে। ভাস্কৰ তেতিয়াও ঘৰলৈ নহাত প্ৰভাকৰ ফুকন নিজেই দোকানৰ ফালে ওলাই গ'ল। দোকানৰ বাহিৰৰ পৰাই মাত লগালে।

ভাস্কৰ!

দেউতা। আপুনি কেতিয়া পালেহি ?

বেছি সময় হোৱা নাই। ভালনে তোৰ ?

আছো আৰু। বহকচোন সেই চকীখনতে বহক।

অঁ উনষাঠি টকা হ'ল দেই তোমাৰ। ভাস্কৰে গ্ৰাহকক ক'লে।

কেনেকৈ ধৰিছে ?

টায়াৰ ছুটাত চল্লিশ টকা, টিউব ছুটাত ষোল্ল টকা, ফিটা ছুটকা, ফিটিং এটকা।

কল বেপাৰীজনে টকা কেইটা দি গুচি গ'ল। হাঁতিয়াৰবোৰ বাকচটোত ভৰাই আলমাৰীটোৰ কাষত থওঁতেই অৰ্জুনে কলেহি “ছুকানী নাই।”

অঁ ঠিক আছে। এইয়া মোৰ দেউতা বুজিছ। ইয়াৰ নাম অৰ্জুন। মোৰ লগতে থাকে। ছোৱালীজনীৰ ভালনে দেউতা।

ভাল। তই খোৱা-বোৱা ক'ত কৰ ?

ইয়াতো খাওঁ, বাহিৰতো খাওঁ, কোনো ঠিকনা নাই।

বাৰু তই ঘৰলৈ আহিবিচোন। ঘৰতে কথা হম। মই যাওঁগৈ মাৰে ভয় কৰিব পাৰে।

দেউতাক গুচি যোৱাত ভাস্কৰে অৰ্জুনক কলে।

তই আজি সৰ্বনাশ কৰিছিলি। ছুকানী নাই মানে দোকানী নাই বুলি ভাবিলে। এই শুনচোন। মই মদ খাওঁ বুলি মা-দেউতাক নকবি লাইনলৈ যোৱাৰ কথাও নকবি। বুজিলি ?

ওঁ।

অৰ্জুনক বুজনি দি ভাস্কৰ গা ধুবলৈ গ'ল। গা ধুই কাপোৰ এসাজ পিন্ধি সি ঘৰলৈ গ'লগৈ। বাহিৰৰ পৰাই মা মা কৈ ভিতৰ সোমাই গ'ল।

ভাত ৰান্ধিবলৈ লৈছো, আহ ইয়ালৈকে আহ। এইবোৰ কি শুনিছোঁ ভাস্কৰ ?

ভাস্কৰৰ বুকুখন চিৰিং কৰি গ'ল। সাহসেৰে সুধিলে।

কোন বোৰ মা ?

বৰ বাবুৰ কথাকে কৈছোঁ অ···

সেইকাৰণে বেজাৰ কৰি লাভ নাই মা। দুষ্ট গ্ৰহৰ দৃষ্টিত লাজ অপমান হ'ল, হ'ল আৰু। এতিয়া নতুন ঘৰত চাহ একাপকে ভালকৈ বনাই দিয়া।

মাকৰ কোলাৰ পৰা ছোৱালীজনী লৈ সি চুমা এটা খাই সাৰটি ধৰিলে। দেউতাকৰ হাতলৈ ছোৱালীজনী দি সি ক'লে।

মই কালি দুপৰীয়াৰপৰা ঘৰতে ভাত খামহি। আজি অৰ্জুনে ৰান্ধিছে।

চন্দ্ৰমা টোপনি গ'ল। দেউতাকে দিবাকৰৰ চিঠি-পত্ৰৰ কথা সুধিলে। টকা পঠোৱাৰ পিচত আৰু চিঠি পোৱা নাই বুলি কোৱাত প্ৰভাকৰ ফুকন শোৱা কোঠালৈ সোমাই গ'ল।

সি মাকৰ পৰা বিদায় লৈ ওলাই আহিল। ৰাস্তাত উঠি ইফালে সিফালে চাই সি পশ্চিমফালে যাবলৈ ধৰিলে। জোনাকী পৰুৱাবোৰে ৰাস্তাৰ বুকুত শূন্যতে নৃত্য কৰিছিল। সিহঁতৰ মৃদু আঘাত বুকুত লৈ সি গৈ থাকিল। ৰাম কাইটিৰ দোকানত সোমাই সি চকীখনতে বহিলগৈ। ৰাম কাইটিৰ দোকানৰ কোনোবা এটা কোঠাত হাজিৰা মহৰী আৰু হেড ফিটাৰে বহি কথা পাতিছে। জৈইল সিং, ইন্দিৰা গান্ধীৰ কথা এৰি মাজতে মাটি কেইডৰা শেষ কৰিলানে বুলি সোধাত তাৰ হাঁহি উঠিল।

ৰাম কাইটিৰ পৰা বটল এটা লৈ সি মনে মনে ৰাস্তা পালেহি। ৰাম কাইটিৰ ধাৰ বাজেনেই দিছিল। এতিয়া কোনো লেন দেন নাই। মদন আৰু গণেশ জেললৈ যোৱাৰ লগে লগে এতিয়া চুলাই বেচিকৈ চলিছে। চলক···

সি আহি বাজেনহঁতৰ ঘৰ পালেহি। চোতালত কোনোবা থিয় হৈ আছিল। সি কাষ চাপি গৈ মুখলৈ চালে। হীৰামনিয়ে তালৈ অপেক্ষা কৰিছিল। আন্ধাৰ চোতালত সি হীৰামনিক সাৱটি

ধৰিবলৈ হাত দুখন মেলোঁতেই তাই চুপ চুপ কৈ ভিতৰলৈ সোমাই গ'ল···

## ॥ সাত ॥

এজনী মজদুৰ ছোৱালীয়ে নিৰ্ভুল অসমীয়া কথা কলে তাইক অসমীয়া বুলি স্বীকৃতি দিব পৰা হবনে ? চকীখনত বহাৰ লগে লগে হীৰামনিয়ে তেনে এটা প্ৰশ্ন কৰিব বুলি ভাস্কৰে ভবা নাছিল। হাঁহি মাৰি ক'লে :

সংস্কাৰ মানেই সভ্যতা। যিখন সমাজত বুজা বুজিৰ অভাব নহয় সেইখনেই সভ্য সমাজ। মুখা নিপিন্ধা আচল সভ্য সমাজৰ যদি কাৰোবাক লগ পোৱা তেওঁ স্বীকৃতি দিব পাৰে।

সেই সভ্য সমাজৰ সভ্য হবলৈ শিক্ষা লাগিব নহয় ?

শিক্ষিত হলেই সভ্য নহয় হীৰা।

সাজ পোছাকেৰে আবৃত, মুখত দামী চিগাৰেট লৈ বহি থকা যি কোনো এজন ব্যক্তিকে আমি শিক্ষিত ব্যক্তি বুলি পূজা কৰি আহিছো। তুমি মোকেই আক্ৰমণ কৰা নাইতো ?

ক্ষমা কৰিব। মই আপোনাক আক্ৰমণ কৰিম কিয় ? নিশা আঁঠ বজালৈকে আহিব আহিব বুলি আন্ধাৰতে থিয় দি আছিলো। মোৰ দেহৰ উন্মুক্ত অংশত মহ-ডাঁহৰ কামোৰ নীৰৱে সহ্য কৰিছিলো।

গিলাচ দুটা আনাচোন।

গিলাচটোৰ চিচাৰ মাজেদি পানীখিনি জিলিকি পৰাৰ দৰে সভ্যতাখিনিৰ দীঘ পুতল কিমান, সুৰাপায়ীৰ খোজত ধৰা পৰে। অন্ততঃ কিছুদিনলৈ এৰি দিয়ক।

মদ ! বটলটো বাঁওহাতে সাবটি ভাস্কৰ আচৰিত হৈ পৰিল।

আচৰিত হ'বলগীয়া একো নাই। আপোনাৰ মা-দেউতা পুৰনি মানুহ। অসমীয়া মানুহ। ভাৰতীয় নাগৰিক। তেখেত সকলে মদ আৰু মজতুৰক হেয় জ্ঞান কৰি আহিছে। তাতে বামুণ মানুহ; উচ্চ হিন্দুৰ কথা

তুমি আজি মোক কিয় বিহ্বল কৰি তুলিছা হীৰা?

বিহ্বলা মই ভাস্কৰদা। মই ব্যাকুলা হৈ পৰিছো। মোৰ ভবিষ্যৎ আন্ধাৰ। এক দুৰ্গম পথৰ অভিযাত্ৰী মই। মই দেখিছো আপোনাৰ ভোগৰ সামগ্ৰী হৈ এদিন টুকুৰা চিগাৰেটৰ দৰে ছাই-দানীত পৰি থাকিব লাগিব।

কিয়?

বস্তুৰা লাইনত মাদল বাজে। হাড়িয়া খাই পুৰুষ তিৰোতা বোকাত লুটুৰি পুটুৰি হৈ নাচে বুলি কোনেনো নাজানে? আপুনি ইয়ালৈ অহা যোৱা কৰিলে এদিন ধৰা পৰি যাব ভাস্কৰদা।

তাইৰ কথা শুনি ভাস্কৰে ঢেক্‌-ঢেক্‌ কৈ হাঁহিবলৈ ধৰিলে। হাতৰ আঙুলিটোত ধৰি কলে।

হেৰ পাগলী। সদায় জানো লুকাই থাকিব পাৰিম?

মিলনত বাধা নাই ভাস্কৰদা। কিন্তু আপোনাৰ পিতৃ-মাতৃয়ে আপোনাৰ মুখত মদৰ গোন্ধ পালে তেওঁলোকৰ দেহ-মন বিষময় হৈ পৰিব। আপুনি মজদুৰ লাইনলৈ মদ হাড়িয়া খাবলৈকে আহে নেকি? মদাহী বস্তুৰা ল'ৰাৰ অভাব নাই কিন্তু ··· ·· ···

বাদ দিয়া সেইবোৰ। গিলাচ দুটা আনা। নহলে মই নানীক কৈ দিম।

তাই মৌন হৈ ৰ'ল। ঠিক সেই সময়তে বাজেন ঢলং পলং কৈ ওলালহি। আনন্দ উত্তেজনাত বাজেনে ভাস্কৰক সাৱটি ধৰোতে তাই ভিতৰৰ কোঠাটোলৈ লৰবি গুছি গ'ল। মেজখনত মুখখন দি হীৰামনি কান্দিবলৈ ধৰিলে। মুখত আঙুলিটো দি ভাস্কৰে বাজেনক ইঙ্গিত দিলে ··· ··· ভাস্কৰে পিঠিৰ ফালৰপৰা তাইৰ মুৰটো তুলি ধৰিলে। ভাস্কৰ আচৰিত হ'ল। বঙ্গীয় সাহিত্য লেখিকা জ্ঞানপীঠ

ৰটা বিজয়িনী আশা পূৰ্ণ। দেবীৰ প্ৰথম প্ৰতিশ্ৰুতিখনৰ ওপৰতে মুৰটো দি তাই কান্দিছিল। চেলফটোত কিতাপবোৰ দেখি সি আচৰিত হ'ল। হীৰামনিয়ে বিভিন্ন গ্ৰন্থ অধ্যয়ন কৰিবলৈ লৈছে। তাইৰ মুখত যুক্তিপূৰ্ণ কথাবোৰ শুনি সি ভাবিছিল প্ৰেমত পৰিলে ছোৱালীবোৰে বহুত কথা কব পৰা হয়। কিন্তু নহয়। কিতাপ-বোৰৰ বিভিন্ন চৰিত্ৰৰ লগত পৰিচয় বিনিময় হোৱাত তাই এজনী বেলেগ ছোৱালী হৈ পৰিল। মদৰ কলহতে সাতুৰি ফুৰা বমুৱা গাভৰু জনীয়ে সংস্কাৰ বিচাৰিছে ··· ··· ···

চকী মেজ থকা কোঠাটোলৈ আহি ভাস্কৰে মদৰ বটলটো বুটলি ললেহি। ৰাজেন নাই, সি শুলেগৈ। খং আৰু বেজাৰত ভাস্কৰ শুছি গ'ল বুলি তাই কোঠাৰ পৰা লৰৰি আহি আন্ধাৰতে ভাস্কৰঁৰ গাত খুন্দামাৰি দিলেহি। বটল আৰু খালী গিলাচটো লৈ আন্ধাৰত থিয় হৈ থকা ভাস্কৰৰ গাত খুন্দা মাৰি তাই ৰক্তাক্ত হাতৰ ঠাবিটোলৈ চালে। বটলত আৰু গিলাচত খুন্দা খাই ভগা গিলাচৰ টুকুৰাই তাইৰ হাতত কাটিছিল। বৈ অহা তেজবোৰ বটলটোত মোহাৰি সি কলে।

নাখাঁও হীৰামনি। আজিৰ পৰা মদ নাখাঁও, এইবোৰ তোমাৰ তেজ ··· ··· ···

ভাস্কৰদা ··· ··· ··· তাই তাক প্ৰথম বাৰলৈ সাৱটি ধৰিলে। ভাস্কৰৰ চকুলো বাগৰি আহিল। তাইৰ হাতৰ তেজবোৰ মচি সি ডেটল পানীৰে ধুই দিওঁতে চকুলো দুটোপাল হাতৰ ঠাৰিত সৰি পৰিল। ভাস্কৰে প্ৰথম বাৰলৈ শব্দ কৰি কান্দিছিল।

তাৰ কান্দোন শুনি ৰাজেনে সাৰ পাইছিল। গাৰুৰপৰা মূৰটো তুলি কিছুসময় শুনি পুনৰ শুই পৰিল। মনতে ভাবিলে। বেছিকৈ খাই চাল্লা কুকুৰে বহীনটোৰ লগত চুপতি কৰিছে ··· ··· ৰাজেনে তাৰ কথাবোৰ কাণ পাতি শুনিলে। সি মাত্ৰ কান্দিছে। দৃশ্যটো চাবৰ মন গ'ল তাৰ। মনে মনে আন্ধাৰ কোঠাটোৰ

পৰা ওলাই আহিল। আন্ধাৰতে খেপিয়াই খেপিয়াই গৈ বেৰ-খনৰ কাষতে বৈ ৰাজেন আচৰিত হৈ গ'ল। বেৰখনৰ আনটো মূৰত মাক জয়মনি থিয় হৈ আছে। আচৰিত মাতৃজাতি ··· ···
নাৰী সদায় সচেতন, সজাগ নাৰীয়ে ইজ্জত কি চিনি পায়। তুকুৰা জুই। ওচৰা ওচৰিকৈ জ্বলি থকা সিহঁতৰ দেহৰ যৌবনৰ জুই কুৰাই ইজ্জত চিনি নাপাব পাৰে বুলি মাকজনীয়ে আন্ধাৰতে চাই আছেহি। মহাসমুদ্ৰৰ পাৰত মাক-পুতেক। সমুদ্ৰৰ তৰঙ্গ লেখিব নোৱাৰি একেথৰে চাই আছে ··· ···

বিছনাত বহি কান্দি থকা ভাস্কৰক উদ্দেশ্য কৰি তাই কলে।

এজনী গাভৰু এজন স্বাস্থ্যবান যুৱকৰ লগত পলাই যোৱাত বাহাদুৰি একো নাই ভাস্কৰদা। পলাই গৈ কৰিব কি? কোনোবা আপোনজনৰ ঘৰত অতিথিৰূপে আশ্ৰয় লবগৈ। আনক আমনি দি ঘূৰি ফুৰাৰ পিছত অঘৰীৰ দম্পত্তিৰ দৰে সিহঁতৰ কেইটামান সন্তান হব। সেই সন্তানবোৰে যেতিয়া এমুঠি ভাতৰ কাৰণে ঐক্যতানেৰে ৰাউচি জুৰি কান্দিব তেতিয়া হাতৰ কাণৰ সকলো বেচি খাব লাগিব। সিহঁত যেতিয়া ডাঙৰ হব, বাগানত কোৰ মাৰি পাত তুলি বংশ মৰ্যাদা ৰক্ষা কৰিবলৈ মাজনিশা মদ খাই মাদল বজাব মেনিয়ৰ স্প্ৰে কৰিব, চাহ গছৰ চিৰ-সেউজীয়া পাতবোৰ যেতিয়া লহ-পহকৈ বাঢ়ি আহিব, তেতিয়া ঠিকাত পাত তুলিব লাগিব নহয়? মই কিন্তু আপুনি ভবাৰ দৰে ভবা নাই ভাস্কৰদা।

বুজিছো। তুমি ভবা নাই। কিন্তু তুমি এটা কথা ভাবি পাইছা। হয়তো ভাবিছা, বাঁহ আৰু কাঠেৰে ঘৰ সাজিব পাৰি কিন্তু বাঁহ আৰু কাঠত জোৰা দিবলৈ খিলি মৰাতকৈ বন্ধাই ভাল।

বান্ধটো জানো ছিগি নাযাব ভাস্কৰদা? মই বাঁহ-কাঠৰ কথা ভবা নাই। মই ভাবিছো; মজদুৰ গাভৰু যদিও মই চিৰদিন বাওনা হৈ নাথাকো। মোক এজোপা ওখ গছৰ আশ্ৰয় লাগে। চাহ গছতকৈ ওখ গছ এজোপা পাইছিলো কিন্তু ··· ···

বৈ গলা যে। তুমি কান্দিছা হীৰা। হীৰা তুমি বৰ ধুনীয়া ছোৱালী। তুমি চিৰদিন হীৰা হৈয়ে থাকা। মোৰ আগত অন্ততঃ নাকান্দিবা ... ...

মই জক জককৈ জ্বলি থকা হীৰা নহয় ভাস্কৰদা। মই আপোনাৰ মৰমত উটি বুৰি ফুৰিছো। কিন্তু মোৰ লক্ষ্যস্থান কি? আপুনি খুব ওখ। ওখ হলেও আপোনাৰ স্থিৰতা নাই। কাকিনী তামোলৰ দৰে আপোনাৰ দেহ-মন ঠৰক বৰক ... ... সামান্য বতাহতে ভাগি পৰা ওখ তামোল জোপাত বুদ্ধিমান মানুহে পান গছ বগাবলৈ নিদিয়ে ভাস্কৰদা।

মোক তুমি তিৰস্কাৰ কৰিছা। মই চেঁচুকত হোৱা ওখ গছ। মই তামোল গছৰ দৰে অস্থিৰ। মই তোমাক খুৱাব নোৱাৰিম? মই জানো তোমাক ভাল নাপাও?

ক্ষন্তেকীয়া আমোদত আপোন পাহৰা হৈ আপুনি কাষ চাপি আহিছিল। আজিৰ পৰা তিনিবছৰৰ আগতে আপুনি ঝুমুৰ নাচ চাবলৈ সাত নম্বৰলৈ আহিছিল। আপুনি হাড়িয়া খাই নিচাত নাচিছিল। নাচি নাচি মোৰ চকুলৈ চাইছিল। এটা সময়ত আমি হাতত ধৰা ধৰিকৈ নাচিছিলো। পাছত আমি বহুত দূৰলৈ উঠি গলো। যি সময়ত গভীৰ জলধাৰাত মই ডুবি গলো বুলি কান্দিছিলো, আপুনি গনেশ আৰু মদনক আগত ৰাখি প্ৰতিশ্ৰুতি দিছিল। সেই প্ৰতিশ্ৰুতি সহজ কথা নহয়। চিনেমা ঠিয়েটাৰ দেখিছো। বহুত বাবুৱে সৰু জাতৰ গাভৰুবোৰৰ ইজ্জত নষ্ট কৰি এৰি দিয়ে; পলাই যায়। এতিয়া সেই প্ৰতিশ্ৰুতিৰ বোজাটোৰ ভৰত আপুনি নিজকে পাহৰি যাবলৈ মদ খাবলৈ ধৰিছে। ধৰ্ম্মীয় বতাহত হালিছে জালিছে। এদিন ধুমুহা আহিব গছজোপা ভাগি পৰিব ... ... আপুনি মোৰ বুকুত জুই জ্বলাই পলাই যাব লাগিব। পলাবই লাগিব। কাৰণ পাত তুলি কোৰ মাৰি বনুৱা জীৱনৰ কৰম পূজাত আপুনি দিনৰ পোহৰত কেতিয়াও নাচিব নোৱাৰিব ভাস্কৰদা।

পাৰিম।

আপুনি মজতুৰ হলে, আপোনাক আদৰ্শ ব্যক্তি বুলি কোনেও নকয়। আপুনি স্বাৰ্থপৰ। হীৰামনিৰ নিচিনা এচপৰা নাৰী মঙহৰ লোভত আপুনি কোৰৰ নালত ধৰিব। আপুনি পাৰলৈ মোক তুলি নিম বুলি কব নোৱাৰাত মই লজ্জিত ··· ···

মানে ?

মই কব খুজিছো, ৰাণী, মণি, লছমী, হতে চিৰদিন চাপৰ গছ জোপাৰে পাত চিডি থাকিলে নহব। সিহঁত বগাব লাগিব হিমালয়ৰ হিমচুৰাত। সিহঁতে বিচাৰি পাব লাগিব আদিম আদাম ইভৰ পিতৃ-মাতৃক ··· ··· সিহঁতে যোগ বিয়োগ কৰি চাব পাৰিব লাগিব সিহঁত কোন শতিকাত উপনীত হৈছেহি।

তাৰমানে। এতিয়াতো নিশা বহুত হল হীৰা।

মাজনিশাহে চোৰেও বাট বিচাৰি পায়।

কিন্তু আপুনি ফুট গধূলিতে লাল কাল টোপনিত মৃতপ্ৰায় ··· ··

আপুনি যাওঁক শুই থাকক গৈ ভাস্কৰদা।

তুমি মোৰ পৰা আঁতৰি ফুৰাৰ কাৰণ কি?

কাৰণ ··· হীৰামনিয়ে হাঁহিলে।

তুমি মজতুৰ যুৱক গনেশক বীৰ বুলি পূজা কৰিবলৈ অপেক্ষা কৰা নাইতো ?

গনেশ বিবাহিত। আপুনি বনুৱাৰ মাজত সোমাই হাড়িয়াৰ কলহতে সোমাই আছেবুলি আজিহে জানিলো।

কি ?

আচৰিত নহব। মই হাইস্কুলৰ শেষ পৰীক্ষা দিম।

কি কৈছা ?

হাজিৰা বাবুৰ ছোৱালীৰ নিছিনাকৈ প্ৰাইভেট টিউটৰ লৈ মই শিক্ষাগত অৰ্হতা অৰ্জন কৰি পৰীক্ষা দিম। গতিকে এতিয়াই বিয়াত নবহো।

তুমি পাৰিবানে ?

পাৰিম। ভাচকৰ ককাই বুলি গাক গিলিপটোত ভুলকৈ লিখি লাজ পোৱা দিনৰে পৰা মই অধ্যয়ন কৰিছো। সেই কিতাপ খনতে ভাল ছোৱালী এজনী পালো। তাইৰ নাম সত্য। মই যদি এতিয়াই

এতিয়াই কি হ'বা ··· তুমি মোক জ্বলাই পুৰি মাৰিছা কিয় ? মই তোমাক চাবলৈ আঁহো। ভাত খাবলৈ নাহো। তোমাৰ বাক্সেন ভায়া আৰু নানীৰ লাল কাল টোপনি ··· তোমাৰ মোৰ বাহিৰে পৃথিবীত কোনো সাৰে থকা নাই আহাঁনা কাষ চাপি যাওঁ।

সি তাইৰ কাষলৈ উঠি আহিল। ভাস্কৰৰ বুকুত সোঁ হাতৰ আঙুলি বোৰ মেলি দি তাই কলে।

আপুনি কালজয়ী হব লাগিব ভাস্কৰদা। ইমান অধৈৰ্য্য নহব। মই মা হৈ গলে মজহুৰ সমাজত ইজ্জত নাথাকিব নহয় ...

এখোজ দুখোজকৈ ভাস্কৰ পিচুৱাই গ'ল। তাই কোঠাটোৰ পৰা ওলাই অহা দেখি আন্ধাৰত থিয় হৈ থকা বাক্সেন আৰু জয়মনি কোনেও কাকো নেদেখাকৈ আন্ধাৰত হেৰাই গ'ল। জয়মনিৰ কাষত হীৰামনি শুই পৰিল। মুখেৰে প্ৰকাশ কৰিব নোৱাৰি জীয়েকক মৰমতে সাৱটি ধৰিলে ······ ( ··· ··· টোপনিত জয়মনিৰ যেন একো খবৰেই নাই।

॥ আঠ ॥

হথাৎ সপোন দেখি সাৰ পাই গল প্ৰভাকৰ ফুকন ... কি সপোন দেখিছিল ... মনতে খেলি মেলি বীল কেইটা মেলি ধৰিলে। পকা ৰাস্তাৰ ওপৰেদি চিল চিলকৈ পানী বাগৰি আহিল। পানীৰ ওপৰেদি ৰিক্সা এখন চলি গৈছিল। ৰিক্সাৰ ভিতৰত মৰম লগা চিনাকি মুখখনলৈ চাই চাই প্ৰভাকৰ ফুকনে নীৰৱে চকুলো টুকিছিল। কাষতে বহি মাত

নমতাকৈ সমুখলৈ চাই যোৱা ব্যক্তি হেনো দিবাকৰ। ডিঙিত টাই বান্ধি ক'লা কোট পেন্ট পিন্ধি দিবাকৰে চলন্ত বিক্সাত বাওহাতে ছদ টোক্ত ধৰি আছিল।

শকত কলা ফুলেৰে হটঙা বিক্সাৱলাটোৱে পেদেল পকাইছিল। বিক্সাৰ চকাত পানীবোৰে খল খলনি তুলি শব্দ কৰিছিল। দিবাকৰৰ মুখখন চাবলৈ প্ৰভাকৰ ফুকন উৎকণ্ঠীত হৈ পৰিছিল। বিক্সাখন গৈ ওখ ঠাইত বৈ গ'ল। পিঠিটো উলিয়াই ক'লা ম'হ এটা পানীত ডুবি থকাৰ দৰে ৰাস্তাটোৰে ছয়োটা মূৰ পানীত পেলাই পিচ দিয়া পিঠিটো উলিয়াই আছিল। বিক্সাৰ পৰা নামি দিবাকৰ ইটা ভাঙি সজা সেন্দুৰীয়া বাটেৰে ওখ পাহাৰ এটালৈ উঠি গ'ল। দিবাকৰে মাতিব মাতিব বুলি ভাবোতেই দিবাকৰ বহুত ওপৰলৈ গৈ অদৃশ্য হৈ পৰিল।

বিক্সাখনত উঠি ঘূৰি যাবলৈ লওঁতেই প্ৰভাকৰ ফুকন আতংকত চিঞৰি উঠিল ··· পানীৰ পৰা ৰাস্তাটোৱে এটা মূৰ দাঙি ধৰিলে। সেইটো হেনো ৰাস্তা নহয়। অজগৰ। অজগৰ সাপটোৰ মুখলৈ প্ৰভাকৰ ফুকন ক্ৰমান্বয়ে সোমাই অদৃশ্য হৈ পৰিল ......

কিয় দেখিলে এনে ভয়ানক সপোনটো বাৰু? বাহিৰত থকা দিবাকৰ হেৰাই যোৱা নাইতো। ৰাম ৰাম কৃষ্ণ কৃষ্ণ ··· প্ৰভু। সি জীয়াই থাকক। এই পুৱতি নিশাৰ সপোনটো প্ৰভাকৰে কিয় দেখিলে? ভাল বেয়া ঠাৱৰ কৰিব নোৱাৰি আঁঠুৱাৰ পৰা মুখখন বাহিৰলৈ উলিয়াই অনিতালৈ চালে। প্ৰভাকৰ ফুকনৰ গাটো কঁপিবলৈ ধৰিলে ··· অনিতাক মাত নিদিয়াকৈ দুৱাৰ খুলি ওলাই আহিল। পিছফালে চোতালত পখৰা কুকুৰ এটাই সক ল'ৰাৰ দৰে চুচৰি ফুৰাত প্ৰভাকৰৰ-খং উঠিল। হৈঁৰা হৈঁৰাকৈ অনিতাক চিঞৰাত চন্দ্ৰমাক এৰি অনিতা উঠি আহিল।

দৈনন্দিন কাৰ্য্যসূচীৰ ফিটাৰ চকৰি ঘূৰিল। গা-ধুই চাহ-জলপান খাই প্ৰভাকৰ ফুকন অফিচলৈ গুচি গ'ল। অফিচত সোঁ চকু আক লিজ কপিছিল। কৃষ্ণে পক্ষে যাৰে ৰাম লংকা জিনি আহে ৰাম।

সীতাৰ হে বাওঁ চকু লৰিছিল। বাওঁ চকু লৰা মাইকী মানুহৰ ভাল। পুৰুষৰ সোঁ চকু সোঁ অঙ্গ লৰিলে ভাল। কিন্তু লিঙ্গ! কথাবোৰ ভাবি প্ৰভাকৰ ফুকনৰ মনটো বেয়া হৈ গ'ল। ৰেজিষ্টাৰ বহীখন জপাই দুপৰীয়া ভাত খাবলৈ গুচি গ'ল। ঘৰ পোৱাৰ লগে লগে অনিতাই কলে।

কাউৰীজনীয়ে ৰৰকৈ ৰমলিয়াইছে। চুলি চিডি নিওঁ যেন কৰিছে দেখোন।

এৰা কিবা হৈছে।

প্ৰভাকৰ ফুকনৰ গাটো শিয়ঁৰি উঠিল। সপোনৰ কথা কোৱা নহ'ল। মাইকী মানুহৰ কথা। কলে বা কি মন্তব্য দিয়ে। ভাল-বেয়া, সুখ-দুখ, লাভ-লোকচান কিবা এটা হব আৰু হ'ক। ভাতৰ পাতত বহি প্ৰভাকৰ ফুকনৰ শোকে খুন্দা মাৰি ধৰিলে। যদি আঁহত-নিহত কিবা হৈছে। ছুটেপামান ভাত খাই প্ৰভাকৰ ফুকনে হাতখন দাঙি ধৰিলে। মুখ ধুবলৈ যোৱাত অনিতাই কাঁহীৰ ভাতবোৰ দেখি মনটো মাৰি পেলালে।

কি হ'ল কাঁহীৰ ভাত কাঁহীতে এৰিলে যে?

এৰা হে পেটটো পাক মাৰি ধৰিছে, তুমি খোৱাগৈ যোৱাঁ।

মুখখন মচি প্ৰভাকৰ ফুকন বিছনাত পৰিলহি। পেট পাক মাৰি ধৰা বুলি কোৱাত অনিতা কাষতে থিয় হ'লগৈ।

কি হ'ল বৰ বেয়া লাগিছে নেকি?

এতিয়া ভাল পাইছোঁ। যোৱা তুমি খোৱাগৈ।

দ্বিতীয়বাৰ কোৱাত অনিতা পাক ঘৰলৈ সোমাই গ'ল। দুই বজাত সুদা চাহ একাপ খাই প্ৰভাকৰ ফুকন কামলৈ গুচি গ'ল। অফিচৰ মজিয়াত থিয় দিয়াৰ লগে লগে হাজৰিকাই এইখন আপোনাৰ টেলিগ্ৰাম বুলি কোৱাৰ লগে লগে প্ৰভাকৰ অজান আশঙ্কাত কঁপিবলৈ ধৰিলে। দহ অংগ শক্তিৰ মটৰটো যেন কৈ কপি টেলিগ্ৰাম খনৰ আখৰ কেইটা পঢ়িবলৈ ধৰিলে। আখৰ কেইটা পঢ়ি প্ৰভাকৰ চিঞৰি উঠিল।

ৰৰ বাবু, ৰৰ বাবু। মোৰ ল'ৰাটো··· ···

মেলা চকুৰে প্ৰভাকৰে চাই থাকিল।

কি হ'ল ফুকন? ফুকন, ফুকন কি হ'ল আপোনাৰ······

সকলো লৰবি আহি প্ৰভাকৰ ফুকনৰ অচেতন দেহাটো তুলি ধৰিলে। মেনেজাৰ দিগন্ত বৰুৱাই প্ৰভাকৰৰ হাতৰ মুঠিত থকা টেলিগ্ৰামখন তুলি পঢ়ি চালে। "বিল্লাণ্ট আউট পাচদ বি ই দিবাকৰ···"

বোধহয় আনন্দত কৰ নোৱাৰা হৈ হাৰ্ট ফেইল কৰিলে।

অফিচৰ বাৰান্দাত পৰি থকা মৃত দেহাটো সাৱটি ভাস্কৰে কান্দিছিল। অনিতা বাউলী হৈ লৰবি আহিল। চন্দ্ৰমাক লৈ জয়মনি কাষতে থিয় হলহি। কান্দি কান্দি বাউলী হৈ পৰা অনিতাক সান্ত্বনা দি মেনেজাৰ দিগন্ত বৰুৱাই কলে।

আপুনি আহকচোন।

অনিতা আগবাঢ়ি গ'ল। অফিচৰ ভিতৰত মেনেজাৰে কলে।

আনন্দতো মানুহৰ মৃত্যু হব পাৰে। আপোনাৰ দিবাকৰ ইঞ্জিনিয়াৰ হ'ল। সি পাছ কৰিলে। সেইখন টেলিগ্ৰাম পঢ়িয়েই তেখেত ঢলি পৰিল। আন কিবা ষড়যন্ত্ৰও থাকিব পাৰে। কওঁক এই মৃত্যু আপোনালোকে সহজ মৃত্যু বুলি কবনে?

আপুনি কি কৈছে মই বুজিব পৰা নাই।

চাওঁক। আজিৰপৰা দুবছৰৰ আগত কেনে এটা ঘটনা হৈ গৈছিল। মই কাকো বিশ্বাস কৰিব নোৱাৰা হৈ পৰিছো। কওঁক এই মৃত দেহ পৰীক্ষা কৰাৰ কথা ভাবে নেকি?

পোষ্টমৰ্টেমৰ প্ৰয়োজন নাই চাৰ। দেউতাই দিবাকৰৰ টেলিগ্ৰামত শুভ সংবাদ পাই আনন্দতে অকাল মৃত্যুক সাৱটি লৈছে।

এৰা ইয়াতে শৱদাহৰ ব্যৱস্থা কৰক।

মাকক সাৱটি ভাস্কৰে কান্দিছিল। বৰুৱানীয়ে ভাস্কৰৰ দুবাহুৰ পৰা অনিতাক মুক্ত কৰি অফিচৰ ভিতৰতে চাদৰৰ আগটোৰে কপালৰ ফোঁটটো মোহাৰি দিলে।

আহক। আপুনি ঘৰলৈ আহক।

বকৰানীৰ লগে লগে অনিতা কান্দি কান্দি আগ বাঢ়িল। জয়মনিও পিছে পিছে গৈ বাগানৰ ঘৰটোত সোমালগৈ। বাগানৰ বাহঁনীখনৰ কাষতে খৰি কাঠ যোগাৰ কৰিবলৈ মজদুৰ কেইজনমান গ'ল। মৃত দেহটো বাগানৰ ঘৰলৈ আনি চোতালত ৰখা হ'ল। স্থানীয় পুৰোহিত আহি যথা বিহিত নীতি নিয়মৰ মাজেদি শ্মশানলৈ মৃতদেহ নিবলৈ উপদেশ দিলে।

বাগানৰ হাজৰিকা, দস্ত, হাতী কাকতি আদিৰ লগত মেনেজাৰ দিগন্ত বকৰাও শ্মশানলৈ গ'ল। শ স্নান কৰোৱাই চিতাত তুলি দিয়াৰ লগে লগে মানুহ বোৰে কলঘৰৰ ফালে চাবলৈ ধৰিলে। কোনোবা ত্ৰীজন লৰৱি আহিব ধৰিছে। লৰৱি আহি চিতাৰ ওপৰত বুকুত এজাপ খৰি লৈ পৰি থকা বাপেকৰ শটোত মুখখন দি হুক হুককৈ দিবাকৰে কান্দিবলৈ ধৰিলে।

চাৰ দেউতাৰ

মৃত দেহটো এৰি মেনেজাৰৰ কাষলৈ আহি কলেহি।

চাৰ। দেউতাৰ মৃত্যুত মোৰ সন্দেহ হৈছে। ভাস্কৰ। তই মৃত দেহ পৰীক্ষা নকৰাকৈ কিয় আনিলি ?

দেউতাৰ মৃত্যুত কাৰো হাত নাই দিবাকৰ।

দেউতাৰ চাকৰিটোত কাৰোবাৰ লোভ আছিল।

দিবাকৰ ! তই এইবোৰ কি কৈছ ?

বাগানৰ বৰবাবুৰ ষড়যন্ত্ৰৰ বলি হৈ দেউতা নাটকীয় ভাবে গাঁৱৰ পৰা আকৌ ঘূৰি আহিছিল।

এইবোৰ তই কি কৈছ। এইবোৰ শুনিলি কত ?

বাহনী বাৰী চাহ বাগিছাৰ এই হাস্যাস্পদ কাহিনীৰ দৃশ্য মই এক বেলেগ টেলিভিজনত দেখা পাইছিলো ভাস্কৰ। চাৰ ! এই মৃতদেহ ডাক্তৰী পৰীক্ষা কৰি মোক সান্ত্বনা দিয়ক।

মেনেজাৰৰ পৰামৰ্শ মতে শটোৰ বুকুৰ পৰা খৰি জাপ গুছাই পুনৰ

চাণ্ডিত তোলা হল। ঘৰত তুলসী তলত মৃত দেহ চাবলৈ মানুহ বোৰ চাপি আহিল। বাগানৰ ট্ৰাকখনত তুলি শ পৰীক্ষা কৰিবলৈ ডিব্ৰুগড়লৈ লৈ যোৱা হল। মৃতদেহৰ কাষতে বহি দিবাকৰ উচুপি থাকিল। ভয় আৰু শঙ্কাৰে ভাস্কৰ থিয় হ'ল।

পাঁচ বজাত মৃতদেহ পৰীক্ষা কৰা হ'ল। ৰিপোৰ্ট শুনি ভাস্কৰে খঙেৰে কলে।

এতিয়া কি কৰিবি দিবাকৰ। আৰু কিবা আছেনে?

দেউতাই হাৰ্ট ফেইল কৰিলে। দেউতাৰ মৃত্যুত মোৰ সন্দেহ আছিল। ব'ল এতিয়া আৰু একো বাধা নাই।

পুনৰ ট্ৰাকখনত শ তুলি বাগানলৈ ঘূৰাই আনা হ'ল। মেনেজাৰ দিগন্ত বৰুৱা বাজেনৰ কাষতে বহি আছিল। মজদুৰ কেইজনে মেণ্টল লাইট জ্বলাই অপেক্ষা কৰিছিল। পুৰোহিতে হাজৰিকাৰ ঘৰত চাহ তামোল খাই বহি আছিল। ট্ৰাকখন অহাৰ লগে লগে শটো মানুহ বোৰে বেঢ়ি ধৰিলেহি। পুৰোহিত আহি দিৱাকৰক মন্ত্ৰবোৰ মাতি যাবলৈ নিৰ্দেশ দিলে।

বেদৰ বহিত ব্যৱস্থাৰে শ চিতাত তুলি দিয়া হল। দপ দপকৈ জুই জ্বলি উঠিল। ডেৰ ঘণ্টাৰ ভিতৰতে প্ৰভাকৰ ফুকনৰ নৰদেহা শেষ হৈ গ'ল।

ঘৰলৈ আহি দিবাকৰে পকাৰ মজিয়াত পৰি গ'ল। বুকুখনত যেন কোনোবাই কাটি চিড়ি এসোপামান বেদনা ভৰাই দিলে। নিশা আঠ বজাত মাকৰ মুখত ইতিমধ্যে মঞ্চস্থ হৈ যোৱা নাটকৰ পাণ্ডুলিপিৰ কাহিনী শুনি চন্দ্ৰমাৰ অকনি হাত দুখনি নিজৰে গালখনত লগাই দিওঁতে; ভাস্কৰ কেনিবা ওলাই গৈছিল।

॥ ন ॥

ছোৱালী জনীৰ হাতৰ পৰা বেগটো লৈ দিবাকৰে মাকক বিচাৰি ভিতৰ সোমাই গ'ল। জাহাজী কল বুত আৰু আদা চুটুকুৰামান মজিয়াত উলিয়াই বেগটো দিবলৈ আহোঁতেই অনিতাই কোনে দিছে সুধিলে।

চিনি নাপাও। বাগানৰ কোনোবা বাবুৰ ছোৱালী হবলা।

বেগটো দিবলৈ আহি অনিতাই হীৰামনিক দেখি কলে।

হীৰামনি তুমি আহিলা। ভালনে?

ভাল মা। মই মাত লগাবলৈ আহিলো। বেজাৰ নকৰিব মই যাওঁ।

যোৱা শ্ৰাদ্ধত আহিবা দেই।

ভাল বাৰু।

তাই যাবলৈ লওঁতেই দিবাকৰ ওলাই আহিল। মাকে এইজনী জয়মনিৰ ছোৱালী বুলি কওঁতে দিবাকৰে বিস্ময়েৰে চাইছিল। হীৰামনি গুচি গল। মাকে কলে।

তই আচৰিত হৈছ নহয়? তাই মেট্ৰিক পাছ কৰি কলেজত পঢ়িছে

কলেজত পঢ়াতো আচৰিত কথা নহয় মা। তাই ইমান ধুনীয়া। বামুন গোঁসাইৰ ঘৰটো এনেজনী গাভৰু দেখা নাই। তাইক মজদুৰ গাভৰু বুলি কোনে কব বাৰু?

সেইবোৰ বহুত কথা সোন? হেৰি নহয়, চিঠি পত্ৰ সকলোলৈকে দিয়া হল নহয়?

দিলো মা।

মাক আঁতৰি গ'ল। দিবাকৰে চন্দ্ৰমাক হাতত ধৰি পাক ঘৰৰ চোতালৰ ফালে খোজ কঢ়াই লৈ গল। তাৰ পিছদিনা চতুৰ্থী। সেই

অনুষ্ঠানটোৰ কাৰণে দিহা পৰামৰ্শ দিবলৈ পুৰোহিত আহিল। পুৰোহিতৰ লগত কথা বতৰা পাতি থাকোতেই ভাস্কৰ সোমাই আহিল। সময় আঁতৰি গল। যোৰহাটৰ আপোন মানুহ কেইজনমান অহাত ঘৰখন গম গমীয়া হৈ পৰিল। নিশাটো হৈ যোৱা কথাবোৰ কৈ থাকোতেই পাৰ হৈ গ'ল। অনিতাই মাজতে হুক হুক কৈ কান্দিব ধৰে। মানুহজনৰ স্বভাব চৰিত্ৰ গুণা গুনৰ কথাৰে নিশাটো শেষ হৈ গ'ল।

ৰাতিপুৱা চতুৰ্থীৰ দিনা অনিতাই কান্দিব ধৰোতে দিবাকৰে বুজনি দি কৈছিল। আত্মাৰ সদগতি কামনা কৰিবলৈ যদি মন আছে কান্দিব নালাগে। ভাস্কৰে চন্দ্ৰমাক নতুন ফ্ৰক এটা পিন্ধাই দিছিল। চতুৰ্থী হৈ গ'ল। এদিন দুদিন কৈ দহোটা দিন পাৰ হৈ গ'ল। শ্ৰাদ্ধৰ দিনা ভাস্কৰে কান্দিছিল। ভাস্কৰক মাজে মাজে বুজনি দি দিবাকৰে শ্ৰাদ্ধৰ পিণ্ডাদি দি ভিতৰত নিজেও উচুপি উঠিলগৈ।

আবেলি মানুহবোৰ অহিছিল। জয়মনি, হীৰামনি, ৰাজেন হঁতেও আহি জা-জলপান খাই গুছি গ'ল। সকলোকে আচৰিত কৰি বৰ বাবুৰ পৰিয়ালটো আহিছিল। সিহঁত গাড়ী এখন লৈ আহি মাত লগাই গুছি গ'ল। পিছদিনা নিশা মেনেজাৰ প্ৰমূখ্যে সকলো মিলি ভোজ খোৱাৰ পিছত কৰ্ম অন্ত হ'ল।

দিবাকৰৰ লগত আলোচনা কৰা হ'ল। মেনেজাৰে তিনি চাৰি মাহলৈ বাগানৰ ঘৰতে থাকিবলৈ কৈছে যদিও অসুবিধা বেছিহে হব। সি দোকানখন এৰি ঘৰত থাকিব নোৱাৰিব। মতা মানুহ এটা নাথাকিলে মাকৰো ভয় লাগিব পাৰে। ভয় নালাগিলেও, এই ঘৰত থাকিলে সদায় কান্দিয়েই থাকিব···ঘৰৰ সকলো বস্তু ভাস্কৰ চাইকেল হস্পিটাললৈ লৈ যোৱা হ'ল। দোকানখনৰ পিছফালে সাজি লোৱা ঘৰটোত দুটা কোঠাত বস্তুবোৰ নি থোৱা হ'ল। সেই ঘৰত দুদিন থাকি দিবাকৰ মাৰ্ঘেৰিটালৈ গুছি গ'ল। চতুৰ্থ দিনা ঘুৰি আহি দিবাকৰে কলেহি। তাৰ ক'ল ইন্দিয়াত চাকৰিটো হৈছে। সাতজন

মানে ইণ্টাৰভিউ দিছিল। অসমৰ বাহিৰত স্পৰ্টচ মেন হিচাপে নাম কৰিছিল কাৰণেই চাকৰিটো হৈ গ'ল। পোন্ধৰ দিনৰ পিছতেই দিবাকৰে কামত যোগদান দিবগৈ। বাগানৰ ইঘৰ সিঘৰতে ফুৰি চাকি দিন কেইটা পাৰ কৰিবলৈ ধৰিলে। আহিবৰ দিনা পুৱা সি মাকক কলে।

মা! তোমাক মই স্বৰ্গ সুখত ৰাখিম। দেউতাক দিবলৈ থকা মৰম সাদৰ ভক্তি আৰু শুশ্ৰূষাৰ শৰাইখন তোমাৰ চৰণত অৰ্পণ কৰিম। চন্দ্ৰমাক মই ডাক্তৰী পঢ়ুৱাম।

ভাস্কৰৰ পিঠিত হাত দি কলে।

তোক ইয়াত নাৰাখো ভাস্কৰ। চৰকাৰী লোণ লৈ আমি বিজিনেছ কৰিম। তোক ইমানকৈ কলো পৰীক্ষাটো দিবলৈ তই নিদিলি। বাৰু যি হ'ল হ'ল। মই আহিলোঁ।

ভাস্কৰে চকুলো টুকিছিল। চন্দ্ৰমাই দাদা দাদাকৈ সাৰটি ধৰিছিল। মাকে মাতো বুলিও পিছৰপৰা নামাতো বুলি বৈ গৈছিল। দিবাকৰ কোম্পানীৰ বঙলা এটাত সোমাই সেইদিনা এক নিঃসঙ্গ বেদনাত উচুপি উঠিছিল। বিছনাখনত বহি সি ভাবিবলৈ ধৰিলে যাত্ৰা পথৰ কথা। সি আহিছিল বাগানলৈ। ভাবিছিল বাগানতে কিছুদিন অপেক্ষা কৰিব লাগিব। ভাবিছিল মাক-দেউতাকক অসমৰ বাহিৰৰ মানুহবোৰৰ জীৱন যাত্ৰাৰ চিত্ৰ-বিচিত্ৰ খবৰবোৰ শুনাব। কিন্তু ক'ত্তা, ভবাৰ দৰেতো ন'হল। যোৰহাটৰপৰা প্ৰথমখন বাচত নহা হলে সি দেউতাকৰ মুখখন দেখিবলৈ নাপালেহেঁতেন। শ পৰীক্ষা কৰি সি সান্ত্বনা পাইছিল। ভাস্কৰে বহুত কথাই জনোৱা নাছিল। শ্মশানতে হুবহু কথাবোৰ কৈ দিয়া হলে সি আচৰিত হ'লহেঁতেন। শ্ৰাদ্ধৰ পিছদিনা খবৰ দিয়া মানুহজন কোন, ভাস্কৰে সুধিছিল যদিও সি কোৱা নাছিল।

বান্ধনি ল'ৰাটোৱে দি যোৱা চাহ কাপত সোহা মাৰি দিবাকৰে মজিয়াত থকা বেদৰূমত চুইটকেছটো খুলি চালে। সিচৰিত হৈ পৰি থকা কাগজবোৰৰ মাজৰপৰা চিঠি এখন উলিয়াই সি পঢ়ি গ'ল। বাঁহনীবাৰী

চাহ বাগিছাৰ বৰবাবুৱে লিখিছিল। কল্যাণীয় দিবাকৰ বুলি, জয় জয়তে আশীৰ্বাদ দি মিছা কথাবোৰ লিখিছিল। তোমাৰ ভনী এজনী জন্ম দি মাৰা ভালেই আছে। কিন্তু ছোৱালীটিৰ জন্মৰ দিনাই আমাৰ মুখত গোবৰ সানি দিয়াৰ নিচিনা অপকৰ্ম এটি হ'ল। বাগানৰ বনুৱাই তোমাৰ দেউতাৰাক তলপৰ বজাৰত মাৰপিট কৰি বোকাত চোচৰাই ফুৰিছিল। ভাগ্যে মই আছিলো বুলি ৰক্ষা হ'ল। তোমাৰ দেউতাৰে ফাঁকি হাজিৰাৰ টকা খাই লেবাৰক ঠগাৰ কাৰণেই এনে হ'ল। বৰ্ত্তমান তোমাৰ দেউতাৰা গাঁৱত আছেগৈ। মজদুৰ সকলে আন্দোলন কৰাত আমাৰো উপায় নহ'ল। কিন্তু কেই হাজাৰমান টকা দি ভাস্কৰক সংস্থাপন এটা দিছো। চিন্তা নকৰিবা। টকা পইচাৰ অসুবিধা হলে লিখিবা··· ভাস্কৰক কামত ভৰ্তি কৰি লোৱাৰ কথা ভাবিছিলো। কিন্তু সি চাইকেল দোকানখন নোপোৱা বস্তু পোৱাদি পালে। আমাৰ ষ্টাফে ভাস্কৰক আঢ়ৈ হাজাৰ টকা দিছো। বাকী আজিলৈ আহোঁ।

বৰবাবুৰ চিঠিখন পোৱাৰ দিনা তাৰ কি অৱস্থা হৈছিল কোনে জানিব। অপেক্ষা কৰিছিল ঘৰৰ চিঠি পত্ৰলৈ। ভাস্কৰে বৰবাবুৰ চাহ বাকচ চুৰি কৰোতে মৃত্যু হোৱা বাতৰি জনাই বিকলাঙ্গ বিচিত্ৰৰ সংগ্ৰাম কাৰাবাসৰ কথা লিখি তাক বোবা কৰি দিছিল। আমি তিনি প্ৰাণী ভালেৰেই জীয়াই আছো বুলি লিখাত সি চিঠিখন বুকুত সাবটি ধৰিছিল। ভাস্কৰে চন্দ্ৰমাৰ কথা লিখা নাছিল। হয়তো বৃদ্ধা মাকৰ কোলাত চন্দ্ৰমাক দেখি সি বেয়া পাইছিল। গণেশ মদনৰ আক্ৰমণ, দেউতাৰ গাৱঁলৈ যাত্ৰা, সেইবোৰ সি একো লিখা নাছিল। দিবাকৰ গুচি আহিব বুলি ভাস্কৰে তাৰ কল্যাণ কামনা কৰিয়ে হুবহু ঘটনাৰ কথা লিখা নাছিল চাগৈ।

বান্ধনি ল'ৰা ৰামানন্দক চিঞৰি চিঞৰি দিবাকৰ বাহিৰলৈ ওলাই আহিল। ৰামানন্দ কেনিবা ওলাই গ'ল চাগৈ। চাৰিটা আহল বহল কোঠাৰে বঙলাটো। সন্মুখত বৌদ্ধ বিহাৰ। সত্য আৰু শান্তিৰ সৌধ। অহিংসাৰ প্ৰতীক······বাথৰুম লেট্ৰিন কুক হেমেৰে ধুনীয়া বঙলাটোত

থাকিও তাৰ ঘৰলৈ মনত পৰিছিল।

সেইদিনা দেওবাৰ। ৰামানন্দই ভাতৰ যোগাৰ কৰাই নাই। গেছৰ জুইকুৰা জ্বলি আছে। পাকঘৰৰ আনটো মূৰত মুৰগী পুহিব পৰাকৈ লোহাৰ গড়াল এটাও আছে। নেমু এজোপাত কেইটামান নেমু লাগি আছে। শাক-পাচলি কৰিবলৈ মুকলি ঠাই আছে। আগফালে থকা ফুল গছবোৰৰ ডাল পাতবোৰ চুলি নকটা ল'ৰাৰ চুলিৰ দৰে বাঢ়ি গৈছে। পৰ্দাবোৰ নতুন। চোফা, বিভিন্ন বস্তু আৰু আচবাব কোম্পানীয়ে যোগান ধৰে। চাকৰিৰ অন্তত এই বঙলাৰ বস্তুবোৰ বঙলাতে এৰি যাব লাগে।

চিঠিখন পঢ়ি থাকোতেই ফোনটোত এবাৰ ৰিং হৈছিল। দ্বিতীয় বাৰ ৰিং হোৱাত সি ৰিচিভাৰটো তুলি ধৰিলে।

হেল্লো ইয়েচ দিবাকৰ ফুকন স্পিকিং .....

অঁ মই চন্দনে কৈছোঁ। তই ঘৰতে আছ।

আছো।

তেন্তে মই গৈছো। থৈছো দেই।

ওঁ। ৰিচিভাৰটো থৈ দিবাকৰ বাথৰুমত সোমাল।

গাটো ধুই আহি কাপোৰ পিন্ধোতেই চন্দন আহিল।

আহিলি চন্দন?

ওঁ। তোৰেই ভাল হ'ল ভাই।

কিয়? মোৰনো কি ভাল দেখিলি অ'?

নিজৰ ঘৰত থাকি চাকৰি কৰিবি।

দিবাকৰে ৰামানন্দক মাতিলে।

হুজুৰ।

হুজুৰ বুলি নকবি বুলিছো নহয়।

আকনো কি বুলিবলৈ কৈছ দিবাকৰ? কিবা এটাটো বুলিব লাগিব। তই ভিন্নদেউ বুলি মাতিবলৈ কবি। নাকে মুখে ধুনীয়া ল'ৰাটো। বায়েকজনী নিশ্চয় ধুনীয়াই হব বুজিছ?

সঁচা দেই তোৰ অনুমান নির্ভুল।

ফাগুণৰ ফালে চিত্ৰনলাৰ ফাৰ্মত কাম কৰা বুঢ়া নেপালীৰ ষোল বছৰীয়া গাভৰু পত্নী দেখিলে তই আচৰিত হবি দিবাকৰ।

কথাৰ মাজতে ৰামানন্দই খোৱা মেজলৈ মাতিলে। অমলেটৰ টুকুৰাটো মুখত দি চন্দনে সুধিলে।

ইয়াৰনো ঘৰ ক'ত?

ৰাজগড়ত। কাষৰ বঙলাটোত আছিল। দুটা কাকা নালাগে বুলি কোৱাত সি মোক বঙলাটো চাবলৈ অহাৰ দিনাই লগ ধৰিছিল। অসমীয়া মাত কথাৰে ল'ৰাটো মৰম লগা।

চন্দনে ঢেক্ ঢেক্কৈ হাঁহিবলৈ ধৰাত চাহ দিবলৈ অহা ৰামানন্দ লাজত ৰঙা পৰিছিল। চন্দনে দিবাকৰক কৈছিল।

ক'ল ফিল্ডৰ মাজে মাজে সৰু সৰু আলি ঐ সৰু সৰু আলি। চাৰিআলিত গাথীৰ দিয়ে নেপালী ছোৱালী। গীতৰ সুৰেৰে গাওঁতে ৰামানন্দই ফিক কৈ হাঁহি পাক ঘৰলৈ লৰ ধৰিলে।

॥ ছয় ॥

ভালনে মা। বাগানৰ ৰাস্তাৰ পৰা হীৰামনিয়ে মাত দিলে।

ভাল। আহাঁ ইমান গৰমত আহিছা। চৰৰত এগিলাচকৈ খাই যাবা, আহা।

হীৰামনিৰ লাজ লাগিছিল। লাজেৰে তাই সোমাই আহিল। মুচাটোত বহি ইফালে সিফালে চালে। লাহেকৈ সুধিলে।

ভাস্কৰ দা নাই নেকি?

সি বাগানৰ ট্ৰাকখনতে ডিব্ৰুগড়লৈ গল। তুমি কলেজৰ পৰা আহিলা নেকি?

শৰ্ম্মা চাবৰ ওচৰত টিউচন লৈছো। এতিয়া গৰমৰ বন্ধ নহয়।

অনিতাই নেমু এটা ডুফাল কৰি চৰবত এগিলাছ আনি তাইৰ হাতত দিলেহি। তাই চৰবত খাই গিলাছটো নিজেই ধুই আনিলে। সেই সময়তে ভাস্কৰ ঘূৰি আহিল। তাইক দেখি কলে।

তই কোন ছোৱালী ৰে, তই কি হাণ্টাৰৱালী অ খাটাৱলী

যা এইটো, তাই জোৰেৰে গিলাছটো থৈ গুচি গল।

ছুৱাৰ মুখত থিয় হৈ থকা মাক অনিতাই হাঁহিছিল।

ইমান ধুনীয়াজনী হৈছে ন মা। নাকে মুখে ইমান ধুনীয়া

ধুনীয়ানো নহবই বা কিয় ?

কি মা ?

"এহ, এইবোৰ বহুত কথা।

মাকৰ ঠেসামৰা কথাতি ৰহস্য বিচাৰি ভাস্কৰৰ মনটো কাৰ্শলা সাপৰ জিভাখনৰ দৰে লিকলিকাই উঠিল। তেতিয়া আবেলি। সি হাত মুখ ধুই চাহ খাবলৈ সোমাই আহিল। মাকে খৰধৰকৈ আটা দুমুঠিমান মোহাৰি লুচি দুখনমান ভাজিলে। চন্দ্ৰমাক কোলাত লৈ ভাস্কৰে সুধিলে।

মা হীৰামনিৰ কথা কি কম বুলিছিলা ?

সেইবোৰ তোক নহলেও হব।

আমাৰ কোনোবা বাবুৰে ছোৱালী চাগৈ।

আমাৰ দিবাকৰৰ চূড়াকৰণত পকা থেকেৰা যেন মুখেৰে ধুনীয়া বামুণ এজন আহিছিল। তই তেতীয়া তেনেই সৰু। তেতিয়া জয়মনি আমাৰ ঘৰতেই আছিল। তাইৰ গিৰিয়েক হাজাৰী চূড়াকৰণৰ ছমাহমান আগৰেপৰা বেমাৰ হৈ হাস্পটালত আছিল। ৰাজেন তেতিয়া বাৰ বছৰীয়া। সি বাপেকৰ খা খবৰ কৰি আছিল। বাগানৰ হেড ফিটাৰৰ ঘৰলৈ সঘনে আহি থকা বৃদ্ধ পুৰোহিত উমা বৰপূজাৰী এদিন আমাৰ ঘৰলৈকো আহিছিল। আমাৰ দিবাকৰক দেখি ভৱিষ্যত বাণী কিছুমান কৈ পাক ঘৰত বহি চাহ খাইছিল। তাৰ চূড়াকৰণ

কৰিবলৈ কোৱাত দেউতাৰে মোক কি কৰিব সুধিছিল। বামুনৰ লৰা। বেদৰ বিহিত কৰ্ম কৰিবই লাগিব। মই মত দিছিলো। দেউতাৰে মোক নোসোধাকৈ একো কাম কৰা নাছিল।

জুইৰ পৰা কেৰাহিখন নমাই মাকে পিৰিছখনত লুচি কেইখন-মান দি তাৰ ফালে আগবঢ়াই দিলে। মগটোত চাহ বাকি চেনি খিনি মিলাই তাক একাপ দি কলে।

এটা নিদিষ্ট তাৰিখত চূড়াকৰণৰ দিন ধাৰ্য্য হল। দুদিনৰ আগতে বৃদ্ধ আহিল। নিশা ভাত পানী খোৱাৰ পিছত বৃদ্ধ উমা বৰপূজাৰীক মোৰ নিৰ্দেশ ক্ৰমে জয়মনিয়ে বিছনা পাৰি দিছিল। জয়মনিৰ কথাত বৃদ্ধই হাঁহিছিল। ঘনাই ঘনাই মলা ধপাত যোগাৰ কৰি দি জয়মনি আপোন হৈ পৰিছিল। তুকক তুকক শব্দটো শুনি তই উমা বৰপূজাৰীক হোকাটো বিচাৰি কৈছিলি। "ককা দিয়ানা পেপাটো মই বজাও।"

মাকৰ মুখত সৰু কালৰ কথা শুনি ভাস্কৰে হাঁহিছিল। মাকে পুনৰ কবলৈ ধৰিলে।

ৰাতিপুৱা মই সোনকালে উঠিছিলো। দুৱাৰ খোলা শব্দ শুনি সকলো সাৰ পাইছিল। কিন্তু মোক এটা দৃশ্যই আচৰিত কৰিলে। জয়মনিৰ বিছনাৰ আঠুৰা তলৰপৰা উমা বৰপূজাৰীক ওলাই অহা দেখি মই কঁপিবলৈ ধৰিলো। এনে এটা পৱিত্ৰ অনুষ্ঠানৰ দিনা ৰাতিপুৱাই কি দেখিলো। অস্পষ্ট শব্দ এটা মোৰ মুখত ফুটি উঠিছিল। আপুনি! বুলি মই পুজাৰীলৈ খং ঘৃণাৰে চাইছিলো ··

বৃদ্ধই হাত যোৰ কৰি মোক কৈছিল। "ক্ষমা কৰিব। মোৰ পাপ মোৰ গাতেই থাকিব। আপুনি বহুত কথাই জানে। আপুনি মাতৃ। নাৰীৰ বুকুত কি কথা থাকে আপোনাক নকলেও হব মই অনুৰোধ কৰিছো। মোৰ চাৰিত্ৰিক দোষৰ কথা অন্ততঃ ফুৰনক নকব।" মই থৰ লাগি চাই আছিলো। মোৰ মুখলৈ চাই হাঁহি মাৰি জুইৰ অঙঠা বিচাৰি চিলিমটো মোৰ হাতলৈ তুলি দিছিল।

মোৰ খং উঠিছিল। চিলিমটোত অঙঠা ভৰাই দি মই জয়মনিৰ কাষলৈ গৈছিলো। তাই লাজত হাঁহিছিল। জয়মনিৰ চৰিত্ৰ যে বেয়া সেইদিনাই বুজিছিলো। কিন্তু তাই ঠিক কৰিলে।

কিয় মা। ভাস্কৰে প্ৰশ্ন কৰিলে।

ৰাজদাসীৰ সেৱা শুশ্ৰূষাত ব্যাসদেব মুগ্ধ হৈছিল। তাইৰ মনোবাঞ্চা পূৰ্ণ হৈছিল। ভক্তি ভাবে পূজিছিল কাৰণে এক ভক্ত সন্তান জন্ম দিব পাৰিছিল। বিদুৰৰ মাকজনী এজনী দাসীহে আছিল। উমা পূজাৰী বৰ ধুনীয়া আছিল। আমাৰ ঘৰলৈ বহুত দিন নহাকৈ আছিল। দেউতাৰক কথাটো মই নকলো। বমুৱাৰ ঘৰত জন্ম হলেও হীৰামনি ব্ৰাহ্মণ কন্যা।

ভাস্কৰৰ চাহ চেচা হৈ পৰিল। সি নিজেই চাহ একাপ বাকি খালে। অৰ্জুনে কাম কৰি আছিল। বাজেনে চিঠি এখন হাতত লৈ মাত দিলেহি

এইখন বৰবাবুৰ চিঠি।

ভাস্কৰে চিঠিখন পঢ়ি চালে। কাৰ্ডখনত মাত্ৰ চাৰি লাইন মান লিখিছে। চিঠিখন পঢ়ি তাৰ খং উঠিল। মৰমৰ ভাস্কৰ। বিশেষ অহা শনিবাৰে মই বন্ধু চন্দনক লৈ ঘৰলৈ যাম। ঘৰখন পৰিস্কাৰ কৰি ৰাখিবি ···

চিঠিখন মুঠি মাৰি দলিয়াই পেলালে। মাকে বুটলি লৈ পঢ়ি চালে। মাকৰো ভাল নালাগিল।

মা! সি কোম্পানীৰ বঙলাটোত সোমাই আমাৰ ঘৰখনৰ কথা কি বুলি ভাবিছে চোঁৱা। মই চাইকেল মেৰামতি কৰা মানুহ। ঘৰখনৰ আটাইতকৈ বেয়া আবৰ্জনা ময়েই মা। সি মোকেই আতৰি থাকিবলৈ কৈছে।

সেই দৰেনো কিয় ভাবি লৈছ ভাস্কৰ?

ভাস্কৰৰ বৰ খং উঠিল। গাটো কঁপা যেন লাগিল। দোকানখন বন্ধ কৰি সি ওলাই গুছি গল। তেতিয়া সন্ধিয়া হবলৈ কিছুসময় বাকী।

মূহূৰ্ত্তবোৰে কাল আন্ধাৰৰ সংকেত দি পাৰ হৈ গল। তাৰে উমান পাই পশু পক্ষী নিজ নিজ আশ্ৰয় স্থানলৈ ঘূৰি গৈছে। বিপৰীত ফালৰ পৰা হীৰামনিৰ লগত আন কোনোবা এজনী আহি আছিল। মুখামুখি হোৱাত হীৰামনিয়ে কলে :

ভালেই হল। মই আপোনাক বিচাৰিছিলো ভাস্কৰদা। লগ পাই ভালেই হল। ব'লক গনেশৰ ঘৰলৈ যাওঁ। তাৰ ঘৈণীয়েকৰ টান নৰিয়া। কিবা এটা ব্যৱস্থা কৰি ডিব্ৰুগড়লৈ নিব লাগিব।

কি হৈছে ?

বাগানৰ ডাক্তৰে একো ধৰিবই পৰা নাই।

সিহঁত কথা পাতি পাতি সাত নম্বৰ লাইনৰ গনেশৰ ঘৰ পালেগৈ। বেমাৰীৰ কাষতে হৰি আৰু মোহনে হাড়িয়া খাই আছে। হৰি গনেশৰ দেউতাক। মোহন প্ৰতিবেশী। গনেশৰ তিনি বছৰীয়া কেচুৱা ছোৱালী-জনীয়ে বিস্কুট এটা খাই আছে। কুকুৰটোৱে ডিঙিৰ মাখি বোৰলৈ মুখখন মেলি মাজে মাজে জাপ মাৰি বহি আছে। দৃষ্টি তাৰ বিস্কুটৰ ওপৰত। বেমাৰীয়ে ঘাউত কৰে বমি কৰাত কুকুৰটো কাষ চাপি গৈ বমিখিনি পৰিষ্কাৰ কৰি খাই পেলালে। হীৰামনিৰ লগত যোৱা ছোৱালীজনীয়ে ভাস্কৰৰ চকুলৈ চালে। কোঠাটো দুৰ্গন্ধ ময়। বেমাৰীৰ কাপোৰ, হাড়িয়া, বমি আৰু কুকুৰটোৰ গাৰপৰা ওলোৱা গোন্ধটো সহ্য কৰিব নোৱাৰি হীৰামনিয়ে চাদৰৰ আগটোৰে নাকত সোপা দি সুধিলে।

হস্পিটালত চিট দিয়া নাই ?

ডাগদৰ কহিছে লাইন ঘৰতেই ঠিক আছে।

দৰব দিছে ?

দৰব আৰ কি দিবে। কিনতে বলেছিল, টকা কড়িয়ে নাইখে···

কি কৰা যায় ভাস্কৰদা ?

কাঁহা বচবি, লে বস্তামে বেথে লে।

হৰিয়ে বহি থকা বস্তাটো আগবঢ়াই দাড়িত লাগি থকা হাড়িয়া

খিনি হাতৰ তলুৱাৰে মচি আনিলে। মোহনে টোপনিয়াইছিল। বোধহয় তাক নিচাই ধৰিছিল। ভাস্কৰে কলে।

বাগানখনত দুজনেই মানুহ আছিল গনেশ আৰু মদন। সিহঁতে অন্যায়ৰ প্ৰতিবাদ কৰিব জানিছিল। তোমালোক মাত্ৰ পঢ়িলেই নহব। সমাজৰ কাম কৰিব লাগিব। সিহঁত ঘূৰি আহিল। আন্ধাৰ পথে খোজ পেলাই ভাস্কৰে কলে।

তোমালোক দুয়োজনী মেনেজাৰৰ বঙলালৈ যোৱা। মেনেজাৰক গনেশৰ মানুহ গৰাকীৰ কথা বুজাই কৰা। তোমালোকে ডিব্ৰুগড়লৈ নিয়াৰ কথাত জোৰ দিবা। মই তোমালোকৰ ঘৰতে থাকিম।

তিনি আলিতে সিহঁত তিনিও ৰ'ল। বিপৰীত ফালৰপৰা কোনোবা এটা লৰৰি আহিছে। সিহঁতৰ সন্মুখত থিয় হৈ কলে।

দচ আদমি মৰ গেলেক।

ক'ত ?

দুই নম্বৰ মে। পাতলা তাতি, বমি, · তোৰ মা ভি মৰ গেলেক।

হীৰামনি ব্ৰহ্মপৰা মানুহৰ দৰে থিয় হ'ল। সিহঁত দুই নম্বৰলৈ তিনিও যাবলৈ ধৰিলে। দহজনেই নহয়। দুই নম্বৰ লাইনত কলেৰাত সিহঁত গৈ পোৱালৈকে একৈশজন মজদুৰৰ মৃত্যু হল

॥ এঘাৰ ॥

কলেৰা প্ৰতিষেধক বেজী দিবলৈ ডিব্ৰুগড়ৰপৰা ডাক্তৰৰ দল এটা আহিল। বাগানত হৈ চৈ লাগিল। মাকক হেৰুৱাই হীৰামনি উচুপি উঠিল। পিছ দিনা তাই সৰস্বতীৰ লগত বহুত কথাই পাতিলে। বীৰবল চৰ্দাৰৰ ছোৱালী সৰস্বতীয়ে হীৰামনিৰ লগত বহি সেইদিনা নিশা বাৰটা বজালৈকে মজদুৰৰ জীৱন সম্বন্ধে আলোচনা কৰিছিল।

বাৰশ একৰ চাহ বাগিছাখনত মজদুৰৰ লোক সংখ্যা চাৰি হাজাৰ। এই মানুহবোৰৰ অৱস্থা শোচনীয়। থকা ঘৰ, খোৱা পানী, শিক্ষা

চিকিৎসা একেবাৰেই নাই। ইটাৰে নিৰ্মিত ঘৰবোৰত টিনবোৰ ভিৰাই বেলৰ দবাৰ দৰে ঘৰবোৰ সজা হৈছিল। চালখনৰপৰা আধা মিটাৰ তলত দুটা ইটা থিয়ৈ ৰাখি ফুটা এটা ৰখা হৈছে। সেয়ে খিৰিকী। দুৱাৰ খন এজন চাপৰ মানুহকৈ চাপৰ। চাপৰি চাপৰি ভিতৰলৈ সোমোৱা কৰি মানুহবোৰৰ অভ্যাস হৈ পৰিছে। বিশ বছৰৰ আগতে এইখন বাগিচাত বিদ্যালয় নাছিল। শিক্ষাৰ ব্যৱস্থা থাকিলে বনুৱাই বহুত কথা জানিব বুলি ইংৰাজসকলে পঢ়া শুনাৰ সুবিধা দিয়া নাছিল। চালাক চতুৰ আৰু শিক্ষা থকা বঙালী মানুহবোৰ আনি বাগানেই নহয় চৰকাৰী কামতো নিযুক্তি দিয়া হৈছিল। সেয়েহে বাগানত শতকৰা পয়সত্তৰ ভাগ বঙালী বাবু আজিও আছে।

ভোট বিচাৰি অহা কোনোবা প্ৰাৰ্থী এজনে বিদ্যালয় এখন পাতিব লাগিব বুলি বক্তৃতা দিছিল। তাৰ পাছত আৰু দুবাৰ মান নিৰ্বাচন হৈ গ'ল। বিদ্যালয় এখন পতা কামটো মজদুৰসকলৰ বুলি কোৱাত মজদুৰে বিদ্যালয় পাতিছিল। ধৰি ধৰি লৰা ছোৱালী অনা হৈছিল। বহুত দিনৰ মূৰত বিদ্যালয় এখন হ'লগৈ। ৰাজেন, ভাস্কৰ, সৰস্বতী হীৰাহঁত সেই বিদ্যালয়ৰে ছাত্ৰ ছাত্ৰী।

মূৰ কামুৰিলে যি দিয়ে পেটৰ বিষতো একে ঔষধকে দিয়া ডাক্তৰৰ ঔষধত বেমাৰীৰ বিশ্বাস নোহোৱা হ'ল। নলা-নৰ্দমাৰ মেলেৰীয়া মহৰ উৎপত্তি স্থলবোৰত চকু দিওঁতা কোনো নাই। ১৯৬১ চনত বিয়াল্লিশ জন মানুহৰ মেলেৰীয়াত মৃত্যু হৈছিল। ৰেশ্যনৰ ব্যৱস্থা নাই। গতিকে আন্দোলন কৰিব লাগিব। আন্দোলন নহলে ভাৰতৰ কোনো জাতি উপজাতিয়েই ন্যায্য প্ৰাপ্য আদায় কৰিব নোৱাৰে।

সেই দিনাৰ আলোচনাত সৰস্বতীৰ মূৰত কিছুমান নতুন কথা সোমাল। মানুহৰ দৰে জীয়াই থাকিবলৈ মানুহে সংগ্ৰাম কৰিব লাগিব। কথা পাতি থাকোতেই খবৰ আহিল। গনেশৰ ঘৈণীয়েক ঢুকাল। হীৰামনি উচুপি উঠিল। ভাইৰ মাকজনী মৰা দিনাৰে পৰা নিশা ভাস্কৰ অহা নাই। ৰাজেনৰ মন ভাগিল। মাকে তাৰ

বিয়াখনৰ কথা বৰকৈ কৈছিল।

ৰভাৰ কামত ব্যস্ত ৰাজেনক হীৰাই সুধিলে।

'পিছফালে ৰভা এখন দিলেই হবনে ?

আগফালেও দিম।

দুয়ো ফালে ৰভা দিবা কিন্তু

তই মন ভাঙিছ কিয় ?

পোন্ধৰ ঘৰ মানুহত একেদিনেই সকাম, কাৰ ঘৰলৈ কোন যাব ?

তেন্তে কি কৰিম হীৰা ?

সমূহীয়াকৈ সকাম পাতিম দাদা।

সেইদিন আহিবলৈ সময় লাগিব। বাৰু তই থাক। মই ভাস্কৰ ভায়াক লগ ধৰি আহোঁগৈ।

*ৰাজেন ওলাই গল। আন্ধাৰত গেটৰ বাহিৰত ভাস্কৰক লগ পাই সি বৈ গল। তেতিয়া নিশা নমান বাজিছিল। ৰাজেনক কাণে কাণে কিবা এটা কৈ হাতখনত ধৰি লৈ গ'ল। পাকঘৰৰ মুখত দুয়ো থিয় হ'ল। ক্ষন্তেক থিয় দি একো কথা বতৰা নুশুনি সি ৰাজেনৰ লগত বাহিৰলৈ ওলাই আহিল। ভাস্কৰে কলে।

দিবাকৰ অহাৰ কথা। সি আহিছে বুলি ভাবিছিলো সি নো মোৰ বিষয়ে কি কয় শুনিবলৈ গৈছিলো। পিছে সি অহাই নাই

এতিয়া কি কৰ পিছে ?

তই যাগৈ। মই ঘৰতে শুই থাকো।

ৰাজেন শুছি যোৱাত সি জপনাখন খুলিলে। মাকে সংকেত পাই দুৱাৰ খুলি দিলেহি। ইতিমধ্যে ৰাজেন আকৌ ঘূৰি আহিল।

ভাস্কৰ ভায়া। এটা কথা। পৰহিলৈ মাৰ সকাম। ঘৰতে পাতিম নে, সমূহীয়াকৈ পাতিম ?

সমূহীয়াকৈ মানে ?

কলেৰাত বহুত মানুহ মৰিল। একেদিনাই সকাম পাতিলে কাৰ ঘৰলৈ কোন যাব ? গতিকে হীৰাই সমূহীয়াকৈ পাতিবলৈ কৈছে

হাঁহি উঠা কথাবোৰ নাভাবিবি। খৃষ্টান কেইঘৰে সকাম নাপাতেই। তইঁত হিন্দু কেইঘৰে যি কোনো উপায়েৰে পিগুটো দি নিকা হৈ পৰগৈ।

মযো তাকে ভাবিছো, আচ্ছা যাওঁ।

এইবাৰ ৰাজেন গুছি গ'ল। ঘৰৰ ভিতৰত মটৰ চাইকেলখন দেখি সি আচৰিত হৈ সুধিলে।

মা কোন আহিছে? মটৰ চাইকেলখন কাৰ?

দিবাকৰ আহিছে।

ভালনে তাৰ?

ভালেই। আমাক সকলোকে লৈ যোৱাৰ কথা ভাবিছে। কেইটা বাজিল এতিয়া?

দহ বাজিছে মা। মই সাৰ পায়েই আছো। সি যদি সুস্থ হৈ আহিছে এতিয়াই কথা পাতিম। মই পুৰাই যামগৈ।

আঠুৰাখন দাঙি দিবাকৰে বিছনাখনতে বহি তাক আপাদ মস্তক লক্ষ্য কৰিলে।

তই কেতিয়া পালিহি? মূঢ়াটোত বহি ভাস্কৰে সুধিলে।

চাৰে আঠ বজাত। তই নিশা ঘৰলৈ আহ নহয়। মদ হাড়িয়া খাই বংশৰ নাম ডুবালি।

মই মদ খাই ফুৰিছো বুলি তই কেনেকৈ জানিলি? মোৰ মুখত মদৰ গোন্ধটো তই মাৰ্ঘেৰিটাতে পালিগৈ নেকি? তই ইমান সোনকালে মোক পাহৰি গলিনে? মোৰ লগত যুদ্ধ কৰিবলৈ কিয় আহিলি।

তই আৰু বাগানত থাকিব নালাগে। চাইকেল দোকানেৰে জীৱন নচলিব।

তইহে মদৰ নিচাত কথা কৈছ যেন পাইছো।

কি?

অতীতক চিনি নোপোৱা তই এটা বন্যজন্তু। তই কলেই মই বাগান এৰি নাযাওঁ। মই ভায়েৰ যদিও মই এটা ডেকা মানুহ।

ভাস্কৰ! তই মোক অপমান কৰিছ। তয়ো পাহৰি গৈছ যে তোৰ মই ককায়েৰ। বেনাৰস যাত্ৰাৰ এমাহৰ আগতে আমি দুয়ো দুদাল লগুণ লৈছিলো ভাস্কৰ।

তই মোক মিছাতে আক্ৰমণ নকৰিবি। মই মদ নাখাওঁ। দিনৰ দিনটো বহি বহি মই কঠোৰ পৰিশ্ৰম কৰিছো। ক্লান্তেক ওলাই গৈছিলো। মোৰ ইয়াত ক্লাব চিনেমাহল একো নাই। চেষ্টা কৰা হলে তোৰ দৰে সুবিধা দিয়া হলে মই এম এ পাছ কৰি কোনোবা কলেজত প্ৰফেছাৰ হ'লোহেঁতেন।

কিন্তু আৰু হোৱাৰ আশা নাই। তই এক নিশাচৰত পৰিণত হলি।

কি কৈছ?

ঠিকেই কৈছো। ৰাম কাইটিৰ দোকানত মদখাই বেয়া তিৰোতা একনী কত পায় তাৰে আলোচনা কৰি নিশা ঘৰলৈ ঘূৰি আহ।

ষ্টুপিদ! তই এইবোৰ কবলৈ কোন? ভাবিছিলো জেষ্ঠ-ভাতৃ পিতৃ স্বৰূপ। পিতৃৰ মুখত এনে অশ্লীল মন্তব্য থুই ··

মই ষ্টুপিদ। ঠিক আছে মই যাওঁগৈ।

নিশাখন নাযাবি সোণ। মাকৰ বিনম্ৰ অনুৰোধ।

নিশা যাব নালাগে। ৰাতি পুৱাই যাবিগৈ। যদি উত্তেজনা কমাব পাৰ ক তোৰ আচল উদ্দেশ্য কি? এজন চাইকেল মিস্ত্ৰীক কেনেকৈ কথা কবলাগে তই নিশিকিলি। নিত্য নতুন উদ্যোগৰ নৱ নৱ কৌশলৰ কথা ভাবিব পৰা তই বস্তুবাদী ইঞ্জিনিয়াৰ·· তই মানুহৰ অন্তৰত কি আছে নাজান। অন্তৰৰ তেজ মঙহৰ আঁৰত থকা প্ৰেম আৰু কৰুণাৰ কথা চিন্তা কৰিবলৈ তোৰ সময় ক'ত ··

মোৰ একো কবলৈ নাই। যদি মই মূৰ্খ; আজিৰ পৰা তোৰ কথা নাভাবো। কিন্তু এইয়া মোৰ মা। চন্দ্ৰমাৰ ভবিষ্যত তোৰ হাতত এৰি দিব নোৱাৰো। মই এমাহৰ ভিতৰতে মাক লৈ যাম।

এতিয়াই লৈ যা। ইস্ সি এনে মাতৃভক্তি দেখুৱাবলৈ আহিল।

মাক কঁপিবলৈ ধৰিলে। দিবাকৰে কাপোৰ কানি পিন্ধি মাকক

হাতত এশটকীয়া নোট এখন দি মটৰ চাইকেলখনৰ হেণ্ডেল ডাল তুলি ধৰিলে ।

ভাস্কৰে মাকৰ হাতৰ নোটখন কাঢ়ি লৈ টুকুৰা টুকুৰি কৈ ফালি চিৰি মজিয়াত সিচি দি কলে ।

মই মদ খোৱা নাই । কিন্তু বাটত মদ খোৱা মানুহবোৰ ভৰি আছে । মটৰ চাইকেল সাবধানে চলাবি । আৰু মনত ৰাখিবি খঙৰ সমান ক্ষতিকাৰী মদ কতো নাই... ।

দিবাকৰে দ্ৰুত গতিৰে মটৰ চাইকেলখন এৰি দিওঁতে নিশা বাৰটা ।

## ॥ বাৰ ॥

জয়মনিৰ সকাম হৈ গ'ল । বাৰদফীয়া দাবীৰে দিয়া স্মাৰক পত্ৰৰ কোনো সহাৰি নহাত গাঁজা ঘৰত মিটিং হল । বাঁহনীবাৰী চাহ বাগিছাৰ মজদুৰসকলৰ ৰাজহুৱা সভাত সভাপতিত্ব কৰিছিল মঙ্গলু তাতীয়ে । উদ্দেশ্য ব্যাখ্যাত সৰস্বতী মালাৰে কৈছিল । মনিৰাম দেৱানৰ ফাচীৰ আগ মুহূৰ্তৰপৰা অসমৰ ব্ৰহ্মপুত্ৰ উপত্যকাত শত সহস্ৰ চাহ বাগান সৃষ্টি হল । অসমৰ সোণৰ গছত ৰূপৰ টকা বুটলিবলৈ আহিছিল অগণন নিষ্পেষিত বনুৱা । মধ্যপ্ৰদেশ, বিহাৰ, উৰিষ্যা আৰু তামিলনাডুৰপৰা অহা আমাৰ বংশধৰসকল অসমৰ বিভিন্ন ঠাইত সিচৰিতি হৈ পৰি আছে । বাঁহনীবাৰী বাগানৰ মজদুৰসকল এই সকলোবোৰত কৈ পিচ পৰি আছে । এই মূক জনতাই গৰু গাহৰিৰ দৰে জীৱন নিৰ্বাহ কৰিছে । আমি আজি বুজি উঠিছো । আন্দোলনৰ বাহিৰে আমাৰ অন্য পথ নাই । গতিকে আমি যোৱা মাহৰ সাত তাৰিখে যি স্মাৰক পত্ৰ দিছিলো তাৰ একো উত্তৰ নোপোৱা কাৰণে এই সাধাৰণ সভা আহ্বান কৰা হৈছিল । ধন্যবাদ ।

সৰস্বতী বক্তাৰ লগে লগে হীৰামনিয়ে কলে ।

ৰাইজসকল। বান্দৰৰ মুখৰ কল পাবলৈ হলে পিঠিত ভুকুৱাব লাগিব। আজি আমি পাইছো কি? কিন্তু চাওঁক। চাহ বনুৱাৰ আইন মতে পকা ঘৰ দিয়া, প্ৰতি পাচঁটা পৰিয়ালৰ ভিতৰত বিশুদ্ধ পানীৰ যোগান, চিকিৎসালয়ত সকলো প্ৰয়োজনীয় ঔষধ পাতি, ৰোগীৰ সংখ্যা অনুপাতে ডাক্তৰ, নাৰ্চ, ফাৰ্মাচিষ্ট নিযুক্তি দিব লাগে। ইয়াৰ বাদেও পোৱাতিসকলক কমেও তিনিমাহ বেতন দিয়াৰ ব্যৱস্থা থাকিব লাগিব। যোৱা ১৯৭১ চনৰ পৰা ১৯৮২ চনলৈ অৱসৰপ্ৰাপ্ত মজদুৰ সকলক দিবলগীয়া ৩, ৮, ২, ৮১৮ টকা গ্ৰেচুইটি অনতি পলমে আদায় দিয়া দাবী জনাই আমি চৰম পত্ৰ দিছিলো। কৰ্ত্তৃপক্ষই আমাক কোনো ধৰণৰ মাতেই নিদিয়াত আমি বহি থাকিমনে? নাথাকো ৰাইজ। কালিলৈ পুৱা সাত বজাৰপৰা পৰহিলৈ সন্ধিয়া সাত বজালৈকে ৩৬ ঘণ্টাৰ কাৰণে বাইঁনী বাৰী চাহ বাগিছা বন্ধ থাকিব। মই অনুৰোধ কৰিছো; আপোনালোক কামলৈ নাযাব। তৃতীয় দিনা আমি অফিছত পিকেটিং কৰিম। মেনেজাৰক ঘেৰাও কৰি আমি বুজাই দিব লাগিব পেটৰ ভোক কি? ক্ষুধা তৃষ্ণাৰ লগত কোনো দিন পৰিচয় নোহোৱা মেনেজাৰ মালিকে আমাক আৰু শোষণ কৰিব নোৱাৰিব। লাঠি, গুলি, চি-আৰ পি লৈ আমি ভয় নকৰি পেট ভাতৰ সমস্যা সমাধান কৰিবলৈ ওলাই আহিব লাগিব। ধন্যবাদ

হাত চাপৰিৰ লগে লগে হীৰামনি বহিল। সভাপতিয়ে কলে।

মই আৰু কবলৈ একো নাই। আন্দোলন কৰিব লাগিব। আন্দোলন কৰি আমি ইংৰাজক খেদিলো। এতিয়া আমাৰ আন্দোলন বৰ ডাঙৰ নহয়। সুবিধা নাপালে কাম নকৰিম বুলি আমি মালিকক ভয় খুৱাব লাগিব। মোৰ অনুৰোধ। এই আন্দোলনৰ কাৰ্য্যসূচীত আপোনালোকে মদ, হাড়িয়া, চাৰাপ, পিয়াজ নাখাব। হাই কাজিয়া কৰিলে আমি হাৰি যাম। এক হৈ বান্ধ খালে জিকি যাম।

মজদুৰশক্তি···

জিন্দাবাদ···

মজদুৰ শক্তি···

জিন্দাবাদ···

এতিয়া সভা ভঙ্গ কৰা হ'ল।

সভাৰ অন্তত সন্ধিয়াৰ আগে আগে সকলো ঘৰা ঘৰি গুচি গল। হীৰামনি ঘৰত সোমায়েই চুৰেটাৰটো খুলি পেলালে। ৰাজেনৰ লগতে ভাস্কৰে কথাপাতি বহি আছিল। ভাস্কৰে কলে।

তোমাৰ সকলো কথাতে মই একমত নহয় হীৰামনি।

কিহৰ কাৰণেনো দ্বিমত হ'ল?

এই আন্দোলনৰ উদ্দেশ্য মহৎ যদিও তোমালোকে এখন এৰাঁ সূতাৰ জাল গুঠিছা।

কিয়? আপুনি মোক নিৰুৎসাহ কৰিছে কিয়?

নিৰুৎসাহ কৰা নাই।

আপোনাৰ দেহত জানো চাহ গছৰ আঁৰত থকা বিষাক্ত কীটৰ দংশন বেদনা আছে? আপুনিতো মজদুৰ নহয়। আপুনিতো ৰদত শুকাই বৰষুণত তিতি বাগানত কাম কৰি পোৱা নাই। সেই কাৰণেই এনেদৰে বাধা দিছে।

বুজিছো। আখৰ কেইটামান পঢ়িব লিখিব জনাৰ কাৰণেই তুমি তোমাৰ মোৰ মাজত ব্যৱধান বিচাৰি পাইছা। এদিন আমাৰ মাজত মহাপ্ৰাচীৰ সৃষ্টি হব সেইদিনাই তুমি টুচু পূজাৰ মণ্ডপত ঝুমুৰ নাচিবা আৰু মই বংশ মৰ্যদা বিচাৰি আঁতৰি যামগৈ। তাকে তুমি কামনা কৰিছাতো?

ব্ৰহ্মকুলত জন্মলৈ ক্ষন্তেকীয়া উত্তেজনাৰ বলী হৈ এদিন নাচিছিল যদিও চিৰদিন নাচি থাকিব পৰাকৈ আপোনাৰ সাহস আৰু শক্তি নাই। মই কেতিয়াবাই জানো। আপোনাৰ পুৰুষ প্ৰতিকৃতিটো একনী মজদুৰ ছোৱালীৰ হাতত চুৰমাৰ হবলৈ নিদিও।

মনে মনে থাকা। তোমাৰ বিপ্লবী ভাষণ মই শুনো। মোক লগত কথা পাতিলে, চমুকৈ কৰা।

তেনেহলে কৈ থলো, এই বিয়া নহব।

নহব? বিস্ময়েৰে সি প্ৰশ্ন কৰিলে।

হব। এই বিয়াৰ আগতে দিবাকৰ দাদাৰ বিয়া হব লাগিব, এই বিয়াৰ আগতে চন্দ্ৰমাক বিয়া দিব লাগিব। আমাৰ বিয়াৰ আগতে আপোনাৰ মা পৃথিৱীৰপৰা হেৰাই যাব লাগিব।

কিয় ৰাজেন ভাই। এইবোৰ তাই কি কথা কৈছে? সাত বছৰীয়া চন্দ্ৰমাৰ বিয়া হোৱালৈ তাই অপেক্ষা কৰিবনে? মোৰ মাৰ মৃত্যু কামনা কৰা সঁচাকৈ তাই নাৰীনে?

আপোনাৰ উচ্চ শিক্ষা থকা হলে উকীল, ডাক্তৰ মেজিষ্ট্ৰেট হব পৰা হলে এই কন্যাক সাবটি লোৱাত বাধা নাছিল। এতিয়া নোৱাৰিব। জীৱনত কিবা এটা হব লাগিব ভাস্কৰদা You are neither a labour nor a babu.

উঠিলো ৰাজেন ভায়া। তাই মেট্ৰিক পাছ কৰাৰ দিনাই জানো, পৰিসমাপ্তি কি হবগৈ।

ভাস্কৰদা···

তাই মাতিছিল। সি ঘূৰি নাচালে। কোব খোৱা সাপৰ দৰে সি ঘৰৰ ফালে খোজ পেলাবলৈ ধৰিলে। ঘৰত সোমাই সি সহজ হবলৈ চেষ্টা কৰিলে। প্ৰয়োজন নহব বুলি অৱহেলা কৰা কিতাপৰ বাকচটো খুলি সি কিতাপ বহীবোৰ উলিয়াই আনিলে। মনত পৰিল তাৰ টাউন হাইস্কুলৰ প্ৰধান শিক্ষকলৈ। প্ৰাইভেট কৈ পৰীক্ষা দিয়াৰ হেপাঁহ বুকুত বান্ধি সেইদিনা সি নিশা এক বজালৈকে কিতাপকে পঢ়ি থাকিল।

ৰাতিপুৱা তাৰ কাৰ্য্যসূচী সলনি হৈ গল। মুখখন ধুই কিতাপ পঢ়িবলৈ ধৰিলে। চাহ দিবলৈ অহা মাকে মিচিক কৈ হাঁহিছিল। মাকৰ মুখলৈ নোচোৱাকৈয়ে সি কলে।

মা মই পুনৰ পঢ়িবলৈ লৈছো। পঢ়া শুনা নাথাকিলে জীৱন মিছা। দিবাকৰৰ কাৰণে হাড়ক মাটি তেজক পানী কৰিলো সি ভুবুজিলে। মোৰ বহুমূলীয়া সময়বোৰ তাৰ কাৰণেই শেষ হৈ গল··

পিছৰ কথাষাৰত মাক অনিতাৰ চকুলো বৈ আহিল। মাক আঁতৰি গল। ভাস্কৰ ব্যস্ত হল। দহ বজাৰপৰা চাৰি বজালৈকে সি দোকান খুলিব। দুপৰীয়া বাৰ বজাৰপৰা এক বজালৈকে জিৰণি ··· বাকী পুৱা গধূলি সি পঢিব।

সেইদিনা বাগানত পিকেটিং আৰু মেনেজাৰক ঘেৰাও কৰাৰ কাৰ্য্যসূচী। দহ বজাৰ লগে লগে বাগিছাৰ অফিছত হুলস্থুল লাগিল। মেনেজাৰৰ ফোন পাই পুলিচ আহিল। পুলিচৰ থুলস্তৰ বিষয়াজনে অফিছৰ সমুখৰ পৰা আঁতৰি যাবলৈ সময় দিলে। মজদুৰসকলে লৰচৰ নকৰাত পুনৰ দহ মিনিট সময় দি আঁতৰি যাবলৈ অনুৰোধ জনালে।

অবশেষত পুলিচে লাঠী চাৰ্জ কৰিলে। মজদুৰ সকল পলাবলৈ ধৰিলে। আহত কেইজনমান মজদুৰক পুলিচে গ্ৰেপ্তাৰ কৰি লৈ গল। ভাস্কৰৰ ঘৰলৈ আহি ৰাজেনে বাতৰি দিলেহি। সৰস্বতী আৰু হীৰামনি আহত হল। ৰাজেনে কান্দি কান্দি কলেহি।

হাত ভৰি ভগা মানুহবোৰ চিকিৎসা নকৰি জেলত থলে মৰিব জানো ভাস্কৰ ভায়া?

চিকিৎসা কৰিব ৰাজেন ভায়া। তই ভয় নকৰিবি। তাৰ যি চট্ ফট্নি উঠিছে অলপ মজা পোৱা ভাল।

নহয় ভাস্কৰ ভায়া। ইহঁত দুজনী ছোৱালী মানুহ। পুলিচৰ বিশ্বাস নাই। ইহঁতে মা-বহীন একো চিনি নাপায়। তই যাবই লাগিব। মই মাটিৰ পট্টা খন আনোগৈ তই ওলাই থাক।

ক্ষন্তেক পিছতে ৰাজেনে কাগজ পত্ৰ লৈ ভাস্কৰক মাতিলেহি। স্থানীয় পুলিচ থানাত অ'চিক লগ ধৰি ৰাজেনে ভনীয়েকৰ কথা সুধিলে। অ'চিক বুজাই দিবলৈ চেষ্টা কৰিলে। কোনোবা দুষ্ট চক্ৰৰ পৰামৰ্শত তাৰ ভনীয়েকজনী ওলাই আহিছিল। চেকেণ্ড অফিছাৰজনে ৰাজেনক থানাৰ চৌহদৰপৰা আতঁৰাই নি নিলাজ ভাবে কলে।

পাচশ টকা দিলেহে, আমি হাস্পিটালত লগ ধৰাৰ ব্যৱস্থা দিব পাৰিম। কেছ গুচি গৈছে। কৰ্টত জামিন লব লাগিব। দুয়োজনী

তোমাৰ ভনী নেকি ?

এজনীহে।

কোন জনী। সেই হীৰামনি বোলা জনী নেকী ?

হয়।

আৰু ইজনী।

তাই চৰ্দাৰৰ ছোৱালী। সিহঁত দুয়োজনীয়েই কলেজৰ ছাত্ৰী। ৰাৰু চাব ! মই অলপ পিছতে আহিম।

ৰাজেন আঁতৰি গৈ টকাৰ কথা কলেগৈ। ভাস্কৰৰ পৰামৰ্শ মতে সি তিনিশ টকা পুলিচক দি গৰীব দুখীয়া মানুহ অলপ চাব লাগে বুলি অনুৰোধ কৰাত পুলিচ বিষয়াজন মান্তি হ'ল।

চেকেণ্ড অফিছাৰে- অ'চিক কিবা এটা কৈ জীপত ষ্টাৰ্ট দিলেগৈ। সংকেত পাই ৰাজেন আৰু ভাস্কৰ উঠিল। ডেৰ ঘণ্টা জীপখন চলোৱাৰ পিছত বিষয়াজনে কলে।

তোমালোকে এটা কাম কৰিবা। হাস্পিটালত প্ৰহৰাত থকা পুলিচ দুজনক টকা এশ দিবা। মই তেওঁলোকক কথাটো বুজাই দিম। হস্পিটাল হলেও নিৰাপদ নহয়। ইমান ধুনীয়া ছোৱালীবোৰক আন্দোলন কৰিবলৈ নিদিবা। সাৱধানে থাকিবা। হস্পিটালৰপৰা জখিচ ৰোগীও হেৰাই যায়। ৰূপ বৰ ভাল বস্তু নহয়

পুলিচৰ কথাত ৰাজেন আৰু ভাস্কৰৰ কেনেবা কেনেবা লাগিছিল। মেডিকেল কলেজ হস্পিটালত সোমাই ভাস্কৰৰ গাটো শিঁয়ৰি উঠিল। হীৰামনিৰ হাতত প্লাষ্টাৰ, মূৰত বেণ্ডেজ দেখি সি স্থিৰেৰে থাকিব নোৱাৰি হুক হুককৈ কান্দিবলৈ ধৰিলে। সৰস্বতীৰ অৱস্থা সংকটজনক। ভাইৰ বাওঁ উৰুত দুঠাইত হাড় ভাগিছে। হীৰামনিয়ে কলে।

আমি জীয়াই আছো ভাস্কৰদা। কলঘৰৰ কাষতে মৰি যোৱা হলে নাটকৰ দৃশ্যাৱলীৰ যৱনিকা পৰিল হেতেন। পুলিচৰ লাঠিৰ কোব-বোৰত কৈ সিহঁতৰ কথা বোৰ বেছি যন্ত্ৰনাদায়ক। মোক ভগবানে কুৰূপা কৰি সৃষ্টি নকৰিলে কিয় ?

এনেদৰে উক্ত ভাগি যোৱাকৈ আন্দোলন কৰিম বুলি ভবা নাছিলো। মতা মানুহবোৰে আমাক পৰি যোৱা দেখি প্ৰতিবাদ নকৰিলে। সিহঁত ভেড়াৰ দৰে চিঞৰি পলাল। এই ভগ্ন উকত ভৰষা কৰিব পাৰিমনে ভাস্কৰ ককাইদেউ ?

সৰস্বতীৰ কথাত ভাস্কৰৰ মাত হেৰাই গল। ৰাজেনে পুলিচ দুজনক আতঁৰাই নি চিগাৰেট দিছিল। পঞ্চাচ টকীয়া নোট দুখন হাতে হাতে দি কলে।

ছোৱালী মানুহ চাৰ সিহঁতে একো নাজানে।

ঠিক আছে হব বাক। সিজন মানুহ কোন ?

মোৰ ভনী জোঁৱাই।

ঠিক আছে। আপোনালোক থাকিব পাৰিব। কিন্তু আমাক আৰু বটল এটাৰ দাম লাগিব।

ৰাজেনে অতিৰিক্ত পঞ্চাচ টকা দিয়াত সিহঁত আতৰি গুচি গল। তেতিয়া আবেলি। সিহঁত দুজনীক এৰি ৰাজেন আৰু ভাস্কৰে কৰ্টত উকীল এজনৰ লগত পৰামৰ্শ কৰিলেগৈ। সামান্য ভাবে চাৰিজন মানুহ আহত হৈছে। পাঁচজন সুস্থ। আহত কেইজনো ফাৰ্ষ্ট এইদ দিয়াৰ পিছত লক আপত আছে।

সিহঁতে আপেল দুটামান কিনি হস্পিতাললৈ ঘূৰি গল। হস্পিতালৰ বাহিৰে ভিতৰে ঘূৰি সিহঁতে সময়বোৰ পাৰ কৰি দিলে। ডাক্তৰ আৰু নাৰ্চক আপোন কৰি লৈ হীৰামনিয়ে ভাস্কৰক হস্পিতালত ৰখাৰ কথা কৈছিল। চুমাখাই দিবৰ মন যোৱাকৈ ধুনীয়া ছোৱালী জনীৰ অনুৰোধ ৰক্ষা কৰি ডাক্তৰে ভাস্কৰলৈ চাইছিল।

সেউদিনা পঢ়া শুনাৰ কথা কৈ বহুত বেয়া ভাষাৰে কথা কোৱাৰ পিছত এইয়া ভাস্কৰ আহিছে। ৰাজেনে সৰস্বতীৰ লগত কথা পাতি থাকোতে তাই প্ৰথম বাৰলৈ ভাস্কৰৰ হাতৰ ঠাৰিটো খামচি ধৰিছিল।

## ॥ তেৰ ॥

লাঠী চাৰ্জৰ তিনি মাহৰ পিছতে ভাস্কৰে বাচনী পৰীক্ষাটো দি আহিল। হীৰামনিয়ে কথাটো জানিও নজনা যেন দেখুৱাই থাকিল। সিহঁতৰ মাজত অহা যোৱা বন্ধ হৈ গল। মাজে মাজে আগ্নেয়গিৰিৰ উদ্গিৰণ হোৱাৰ দৰে বাগানত এৰা ধৰাকৈ আন্দোলন চলি থাকিল। সভাসমিতি পাতি মজদুৰ ইউনিয়নে মজদুৰ জনতাক জগাই তুলিলে। আন্দোলনৰ কাৰণে যাবতীয় বুদ্ধি পৰামৰ্শ দি কেইদিনমান আঁতৰি থাকিলে ভাল হব বুলি সি মেট্ৰিক পৰীক্ষা টো দি পুনৰ বাগানৰ ঘৰলৈ ঘূৰি আহিল।

সি ঘূৰি আহি বাঁহনী বাৰীত পৰিবৰ্ত্তন দেখি আচৰিত হল। নীল গগনৰ তাৰকামণ্ডলী যেন তললৈ খহি পৰিল। কল ঘৰৰপৰা বিজুলী-চাকিৰ খুটাবোৰ টানি নি মজদুৰ লাইনত পোহৰৰ ব্যৱস্থা কৰা হল। হস্পিটালখনৰ কেইটামান কোঠা বঢ়াবলৈ ইটা বালি পৰিছে। পানীৰ ব্যৱস্থা উন্নত হোৱা নাই যদিও প্ৰতি পাঁচ ঘৰত একোটাকৈ দমকল দিয়াৰ আচনি হাতত লৈছে। প্ৰায় বিশ দিনৰ মূৰত সেই দিনা ভাস্কৰ হীৰামনিৰ ঘৰত সোমালগৈ।

বহক ভাস্কৰদা। আপুনি আজি নিশা থাকিব লাগিব।

থকা নথকা মোৰ কথা। প্ৰথমতে অতিথিক কি দৰে শুশ্ৰূষা কৰিব লাগে নাজানা নেকি ?

বহক মই চাহ কৰোঁগৈ।

হীৰামনিয়ে খৰি কেইডাল ওপৰা ওপৰিকৈ জাপি কেৰাচিন ঢালি জুই শলাৰ কাঠিটো জ্বলাই দিলে। জ্বলি উঠা জুই কুৰালৈ চাই ভাবিলে। কথাটো কবনে নকয়। নকলে জানো ভাল হব। কিজানি

বাধা দিয়ে। তাই ভাস্কৰক ভিতৰলৈকে মাতি আনিলে। লাহেকৈ কলে।

ভাস্কৰ দা। মোৰ কালিলৈ ডি চি অফিচত ইন্টাৰভিউ আছে।

বৰ ভাল কথা হীৰা। তুমি পি ইউ পাছ কৰি বনুৱা লাইনতে থাকিলে নহব। চাকৰিটো নিশ্চয় পাবা। অনুসূচিত জাতি আৰু মজদুৰ যুৱক যুৱতীয়ে প্ৰথম সুবিধা পোৱাৰ ব্যৱস্থা চৰকাৰে হাতত লৈ বৰ ভাল কৰিছে। দুবছৰৰ পিছত ময়ো পৰীক্ষা দিব পৰাকৈ মাজে মাজে কিতাপ পত্ৰ চাইছো।

তাই ভাস্কৰৰ কথাবোৰ শুনি প্ৰথমে ভাল পাইছিল। কিন্তু পিছৰ কথাষাৰত তাইৰ বুকুত যেন চোকা নখৰ আচোঁৰ পৰিল। চাহৰ কাপটো আগবঢ়াই দি কলে।

আপোনাৰ আপত্তি নাইতো?

আপত্তি আৰু কিহৰ। তোমাৰ প্ৰগতিত বাধা দিবলৈ মই কোন?

সি চাহ খালে। যাবলৈ ওলোৱাত তাই কলে।

যায়গৈ। কিয় নাথাকে?

নাথাকো সোণ। তুমি যি দিনাই মোক সাৱধান কৰি দিলা, সেই দিনাৰে পৰা মই সাৱধান হবলৈ শিকিছো। কোনোবা কথা ছবিৰ অভিনেত্ৰীলৈ মনত পৰিলে যেনে ভাব হয়, তেনে ভাবেৰেই মই জীয়াই থাকিম তোমাক লৈ। মই যাওঁ। এজনী গাভৰু ছোৱালী এখন নিঃসঙ্গ ঘৰত অকলে থকাতো যিদৰে বিপদ জনক, এজন যুৱকৰ লগতো একেই বিপদজনক।

তাই মাত মতাৰ আগতেই ভাস্কৰ ওলাই গুচি গল। তেতিয়া নিশা ন বাজি পাৰ হল। মাকে ৰান্ধি বাঢ়ি অপেক্ষা কৰিছিল। চন্দ্ৰমাই পঢ়া এৰি কিবা এটা কটাত ব্যস্ত। ভাস্কৰ গৈ পোৱাৰ লগে লগে মাকক ভাত বাঢ়িব কলে। মাকে কলেহি।

অৰ্জুনে খাই বৈ শুলেই, তোক ভাত দিছো আহ। ভাতৰ পাতত বহি ভাস্কৰে হীৰামনিৰ কথাকে ভাবি থাকিল। নিঃসঙ্গ ঘৰখনত তাই

বাৰু কি কৰিছে ? ভাত কেইটা একেলগে খাই একে ঠাইতে থাকিবলৈ পোৱা হলে ···

ভাস্কৰৰ ভাত খোৱা নহল। সি মুখখন ধুই বাহিৰলৈ ওলাই আহিল। জেঠৰ খৰাং বতৰ। গৰমত থাকিব নোৱাৰি আগ ঘৰৰ দুৱাৰ খন খুলি দিলে।

হঠাৎ পোহৰ এচাটি দেখি ভাস্কৰে চকু দুটা জোৰেৰে মেলি ধৰিলে। মটৰৰ হেড লাইটৰ পোহৰ। লাহে লাহে গুৰ গুৰ শব্দ কৰি মটৰ এখন বৈ গলহি। মটৰৰ পৰা এহাল ডেকা গাভৰু নামি আহিল। ভাস্কৰ আচৰিত হল। সেইয়া দেখোন দিবাকৰৰ লগত কোনোবা অচিনাকি গাভৰু।

ভাস্কৰে ভিতৰত মাকক কলেগৈ। মাকৰ বুকুখন চিৰিং কৰি গল।

বহঁা স্বপ্না এইখনেই আমাৰ ঘৰ আছিল, মা অ মা।

অনিতা ওলাই আহিল। খোপালৈ ওৰণিখন তুলি মাকে সুধিলে।

এওঁনো কোন ?

এওঁ স্বপ্না সন্দিকৈ। মোৰ লগত এনেয়ে ফুৰিবলৈ আহিল।

এনেয়ে ফুৰিবলৈ আহিল। তই এইবোৰ কি কৈছ দিবাকৰ ? তই এটা ডেকা ল'ৰা। এওঁ জানো অসমীয়া গাভৰু নহয়। অসমীয়া গাভৰু ছোৱালী এজনী এইদৰে ডেকাল'ৰাৰ লগত মাজনিশাত ফুৰেনে ?

এতিয়া আগৰ দিন নাই মা। আমি নতুন যুগৰ মানুহ।

আগৰ দিন নাই। আগৰ মাৰ জনীতো আছে।

তোক কোনে মাতিছে ? দিকাকৰে চকু পকাই কলে।

মোৰ আশ্ৰয়ত থকা মোৰ মাতৃক যুগৰ কথা কবলৈ তই কোন ?

লাজ লাগিব লাগিছিল। মেট্ৰিক পাছ কৰিব নোৱাৰিলি। শিষ্টাচাৰ একো নাজান। আলহী অতিথিক কথা এষাৰ কব নাজান। জানিবিয়েই বা কেনেকৈ ?

কেনেকৈ জানিম ? মোৰ উচ্চ শিক্ষা নাই, ডিগ্ৰী নাই। মই তোক অনুৰোধ কৰিছো তই ইয়াৰ পৰা ওলাই যা।

কি কলি ?

তোক ওলাই যাবলৈ কৈছো। আই চে ইউ গেত আউট।

মা মই তোমাক নিবলৈ আহিছো।

মই পুৰনি মানুহ দিবাকৰ। তই তুদিনতে এইদৰে সলনি হবি বুলি ভবা নাছিলো। মই ইয়াতে মৰিম ; নাযাও।

আহাঁ স্বপ্না। এই পিছপৰা মানুহবোৰৰ কাষৰ পৰা উঠি যাওঁ।

স্বপ্না মটৰত উঠি বহাৰ লগে লগে ধোৰাসাপটোৰ দৰে খঙতে ফোপাই জোপাই দিবাকৰ ড্রাইভিং চিটত বহিল। চলন্ত মটৰত স্বপ্নাই কলে।

ক'তা তুমি যিদৰে ফুটনি মাৰিছিলা, সেইদৰে মা আৰু ভাস্কৰে আদৰি লব নোৱাৰিলে দেখোন।

মা আৰু ভাস্কৰৰ কথা নকবা স্বপ্না।

মই বাৰু নকও নাভাবো, তুমি জানো মা জনীৰ কথা চিন্তা নকৰাকৈ থাকিব পাৰিবা ?

মই তোমাক এটা কথা কওঁ। তুমি শিক্ষিতা গাভৰু মই অসমৰ বাহিৰত বি এ ডিগ্রী লৈ আহিলোঁ। মই কল ইন্দিয়াৰ কেমিকেল ইঞ্জিনিয়াৰ। মোৰ এটা ষ্টান্দার্দ আছে। মোৰ ব্যক্তি স্বাধীনতাত কাৰো হাত নাই।

মাক এৰিব পাৰিবা জানো ?

পাৰিম। তুমিও মা হৈ নপৰিবা।

চলন্ত মটৰত সি স্বপ্নাক জোকাই চালে। মটৰৰ গতি মন্থৰ কৰি সি তাইৰ গালখনত চুমা এটা আঁকি দিলে। সিইঁত কয়লা নগৰী পাওঁতে নিশা চাৰে বাৰ বাজিল। স্বপ্নাক তাইৰ ঘৰৰ সন্মুখত নমাই সি নিজা বঙলালৈ গুচি গল।

বঙলাৰ ড্ৰইংৰুমৰ মজিয়াত ৰামানন্দই ইংৰাজী আলোচনী এখনৰ ছবি চাইছিল। মটৰ গেৰেজত তলাটো মাৰি সি দিবাকৰৰ পিছে পিছে আহিল। দিবাকৰৰ ভাত খাবৰ মন নগল। মাংসখিনি গৰম কৰি

বেদৰুমলৈ আনিবলৈ কোৱাত সি আঁতৰি গল।

সি কাপোৰ খুলি হাত মুখ ধুবলৈ লওঁতেই ৰামানন্দই মাংস আনি দিলেহি। ৰামানন্দ আঁতৰি গল। বিদেশী সুৰাৰ বটলটো খুলি এগিলাচ বাকি ললে! নিশা ডেৰ বজালৈকে সুৰাপাণ কৰি নিঃসঙ্গ কোঠাটোত ভাস্কৰক গালি পাৰিছিল। মাকজনী ভাল। মাকে তাক ওলাই যা বুলি কোৱা নাছিল। সন্দিকৈ বংশৰ ছোৱালী স্বপ্না সচাকৈয়ে নির্জু গাভৰু। তাই এবাৰো নামাতিলে। তাই নামাতিলে কাৰণেই সি জিকিল। বীৰৰ দৰে সি ভাস্কৰক চমক দি ওলাই আহি একো বেয়া কৰা নাছিল।

## ॥ চৈধ্য ॥

দিবাকৰৰ চাকৰিত সোমোৱা ছুবছৰেই হল। সেইদিনা বিয়লি। চাকৰিৰ পৰা আহি দিবাকৰ বাথৰুমত সোমাল। গাটো ধুই সি বেদ ৰুমলৈ সোমাই আহিল। বিছনাখনৰ ওপৰত চিঠি এখন দেখি সি খৰ ধৰকৈ পায়জামাটোৰ ফিটাদালত গাঁঠি দিলে। সেইখন মাকৰ চিঠি। খামটো খুলি সি চিঠিখন উলিয়াই আনোতে ছুখন ফটো মজিয়ালৈ সৰি পৰিল। সি বুটলি লৈ চিঠিখন পঢ়ি গল।

মাকে লিখিছে। মাকে তাক সোণ বুলিয়ে মাতে। তই মোৰ লৰা সোণ। মোৰ বিশ্বাস আছে। মোৰ সোণে মাকৰ কথা ৰাখিব। তই দিবাকৰ। আমাৰ বংশৰ পোহৰ। ডেকা জীৱনত মানুহে অনেক ছুষ্টালী কৰে। তোৰ বিয়াৰ কথা ভাবিবলৈ মই জানোৱেই বা কি? দেউতাৰ থকা হলে ... মৰিবৰ দিনা দেউতাৰ ভাত খাব পৰা নাছিল। ময়ো কিয় জানো আজি কালি খাব বৰ নোৱাৰা হৈ পৰিছো। বাৰে বাৰে তোলৈ মনত পৰে। তই ভাল আমৰ পুলি সোণ। বকৰাণিত পৰিলেও তোৰ বংশ মর্য্যাদা হেৰাই যাব নোৱাৰে। ময়ো মৰি থকা

হলে বেলেগ কথা আছিল। ছালৰ মাজত জীৱটো লৈ জীয়াই আছো।
এই ফটো তুখন মই সংগ্ৰহ কৰিলো। পিছফালে নম্বৰ দিয়া আছে।
এক নম্বৰ জনী বৰষা বৰুৱা। যোৰহাটৰ উকীল জগত বৰুৱাৰ
ছোৱালী। দুই নম্বৰজনী গীতা বৰঠাকুৰ। এম এ পঢ়ি আছে।
তাই ৰাজেন বৰঠাকুৰৰ ছোৱালী। ৰাজেন বৰঠাকুৰ পুলিচ। ডি এচ পি।
তাকে তই কোন জনী পচন্দ কৰিছ মোলৈ লিখ সোণ। মোক জীয়াই
ৰাখ। মইনো থাকিম কিমান দিন? সেই লগত অহা নাচনী জনীক
এৰি দে সোণ। ককাল বুলিবলৈ নাই। মাজ ডাঙৰী বনৰীজনাৰ
লগত তই ধ্বংশ নহবি। তাইৰ গাত বিধবাৰ লক্ষণ আছে। মোক
সান্ত্বনা দে।

ফটো তুখন হাতত লৈ সি চাবলৈ ধৰিলে। কোনজনী ধুনীয়া।
কোনজনীৰ স্বভাৱ চৰিত্ৰ ভাল। সিহঁত ফটোত দেখাৰ দৰেই ধুনীয়া
হৈ আছেনে? এই ফটো তুখন কেতিয়া তোলা হৈছিল? মাকে পালে
ক'ত? মাকৰ কথামতে যি কোনো একজনীকে বিয়া কৰাই থম বুলি সি
কেনেকৈ কব? স্বপ্নাক যে সি কথা দি থৈছে। তাইৰ লগত যে বহুত
নিশা উজাগৰে কটাই দিছে। ক্লাব ৰেষ্ট্ৰোৰাৰ গোপন মুহূৰ্ত্তবোৰৰ
কথা জানো সি পাহৰিব পাৰিব? ছিঃ কি বোৰ হৈ গল? কথাবোৰ
ভাবি থাকোতেই ৰামানন্দই চাহ খাবলৈ মাতিলে। সি খোৱা মেজলৈ
উঠি গল। চাহ খাবলৈ বহোঁতেই টেলিফোনত ৰিং হ'ল।

হেল্লো। ৰিচিভাৰটো কাণে-মুখে লৈ সি আগন্তুকৰ মাতটো
শুনিবলৈ উচ-পিচাই উঠিল।

মা! তুমি। গৈছো গৈছো। মই মটৰ লৈ গৈছো অঁ ভাতে বৈ
থাকা। বৰষুন এইফালে নাই দিয়া।

ৰিচিভাৰটো থৈ দিবাকৰে ক'লে।

মাৰ্ঘেৰিটা ৰেলষ্টেচনত ৰবষুণ দিছে। মোৰ মা ৰেলত আহি বৈ
আছে হি। তোক কিবা সুধিব পাৰে। ছোৱালী একজনী আহে নেকি
বুলি সুধিলে নাহে বুলি কবি। যি সোধে শুলোটা কবি দেই।

ৰামানন্দক বুজনি দি দিবাকৰ মটৰখন লৈ গুচি গল। সি গৈ পোৱাৰ লগে লগে বৰষুণ কমিছিল। চন্দ্ৰমাই দাদা আহিল বুলি চিঞৰিয়েই দিলে।

ভালনে সোন?

আছো মা, ভালেই।

ঘৰুলাত আৰু কোনোবা আছে নেকি?

ৰান্ধনি ল'ৰাটো আছে।

মটৰখনত মাক-জীয়েক উঠাৰ লগে লগে দিবাকৰে গাড়ীখন চলাবলৈ ধৰিলে। চলন্ত মটৰত মাকে দিবাকৰৰ মুখলৈ মাজে মাজে চাই গল। সি মনতে ভাবিলে মাই বাৰু ৰামানন্দ আছে বুলি কোৱাত দ্বিতীয় বাৰ নামাতিলে কিয়? ৰামানন্দই স্বপ্নাৰ কথাবোৰ নকয়।

ৰামানন্দ ভাল লৰা। সি ফটো দুখন বেদৰুমৰ মেজখনত ঠাৰিৰে সৈতে চিপ্তি অনা গোলাপ ফুল দুপাহত আওঁজাই থলে। কোঠাটো সাৰোতেই স্বপ্না সন্দিকৈ সোমাই আহিল। কি কৰিছা তুমি বুলি তাই বেদ ৰুম পালেগৈ।

এই দুখন কাৰ ফটো অ ৰামানন্দ?

নাজানো বাইদেউ। চিঠিত আহিছিল।

কাৰ চিঠি?

এইখন। সি গাৰুৰ তলত থোৱা চিঠিখন আনি স্বপ্নাৰ হাতলৈ দিলে।

এওঁ কলৈ গ'ল?

মাকক আনিবলৈ গৈছে।

মাকক! ক'ৰ পৰা।

ৰেল ষ্টেছনৰ পৰা; তাত বৰষুণ দিছে।

বৰষুণ দিছে বুলি কোৱাত তাইৰ হাঁহি উঠিছিল যদিও ফটো দুখনত চকু পৰি অন্তৰখন ঈৰ্ষাত জ্বলি উঠিল। ফটো দুখনৰ পিছফালে এক নম্বৰ দুই নম্বৰ লিখি থোৱাত তাইৰ আৰু খং উঠিল। হয়তো এক

নম্বৰজনী তেওঁৰ পচন্দ হৈছে। তাই ক'লে।

এই চিঠিখন মই ঘৰতে পঢ়িমগৈ। মই আহিছিলো বুলি নকবি দেই।

বাৰু।

তাই গুচি গল। ৰামানন্দ কামত ব্যস্ত হৈ পৰিল। ষ্টেছনৰ পৰা বাহিৰে বাহিৰে বজাৰত সোমোৱা কাৰণেই তাইৰ লগত দেখা দেখি নহল। বজাৰৰ পৰা দুই এপদ বস্তু কিনি দিবাকৰ বঙলা পালেহি। মটৰৰ পৰা নামিয়েই দিবাকৰে ৰামানন্দক চিঞৰিলে।

এই শুন। ওচৰত কৰবাত কেচাঁ গোবৰ পাব নেকি অলপ আনগৈ।

গোবৰ কেলৈ সোন?

বহাঁ মা। ইয়াতে বহাঁ। ৰবা মই ফেনখন ঘুৰাই দিওঁ। চন্দ্ৰমা বহাঁ। এইজনী বৰ এজনী হল অ। তই যা। মানে বঙলাবোৰত গেছৰ চৌকা আছে। পানী ছুনি চটিয়াই গোবৰ পানীৰে মছি পুৰণা চক কেৰাহী আঁতৰাই দিলে কেনে হব। নতুন চচপেন আনিছোৱেই তাতে ভাত ৰান্ধিবা। নহব জানো?

হব হব সেইবোৰ চিন্তা কৰিব নালাগে।

আঁহা মা ইয়ালৈ আঁহা; এইটো মোৰ বেদৰুম।

দুখন বিছনা; আৰু কোনোবা থাকে নেকি?

কোনোবা আলহী অতিথি আহিলে ইয়াতে শোৱে। এইবোৰ কোম্পানীৰ বস্তু। বিছনাৰ কাপোৰ বোৰহে মোৰ।

কথা কেইটা কৈয়ে দিবাকৰ পাক ঘৰলৈ আঁতৰি গল। ৰামানন্দক পাক ঘৰটো পৰিস্কাৰ কৰিবলৈ নিৰ্দ্দেশ দিয়াত ব্যস্ত হল দিবাকৰ। বিবাহিত স্বামী স্ত্ৰীৰ দৰে দুখন বিছনা দেখি মাক অনিতাৰ মনটো কেনেবা কেনেবা লাগিল। সেই নাচনী জনী সোমায়েই ললেহি নেকি? ফটো দুখন দেখি অলপ আগতে কেনেবা লগা মনটো ভাল লাগিল, অনিতাৰ।

বহি থকা মাকৰ কাষলৈ আহি পাক ঘৰলৈ মাতি নিলেহি। বাহিৰৰ টেপত হাত ভৰি ধুই আহিল। কেটলিটো গেছৰ জুইত দিয়াৰ লগে

লগে উতলি আহিল। সি নিজেই চাহ বাকি খোৱা মেজলৈ লৈ আহিল।

তোমাক গধীৰ পানী দিছো, চাহ খোৱা জানো চন্দ্ৰমা ?

নাখাওঁ।

মা এইয়া ভাল বিস্কুত। জাহাজী কল এটাও খোঁৱা। মাৰ্ঘেৰিটাৰ পৰা আনিছিলো। ভাত কেইটা তুমিয়ে ৰান্ধিবা। নিৰামিষকে খাম। নিজৰ মাকে ৰন্ধা অন্ন মুঠি বৰ সেৱাদ মা।

হাকে বচনে চলা সন্তানৰ কাৰণে মাকে প্ৰাণ দিব পাৰে সোন ঃ আহ চোন তোৰ ভিতৰলৈকে যাওঁ। তই যা চন্দ্ৰমা। ফুল বোৰ চাগৈ যা। ভাল পুলি দুটামান আমি লৈ যাম।

সাত বছৰীয়া চন্দ্ৰমাক ফুলনিৰ মাজলৈ এৰি সি মাকৰ লগত কোঠাত সোমাল। বিছনাখনত হাত দি সুধিলে।

ইয়াতে মই শুব পাৰিমনে সোন ?

মোৰ বন্ধু চন্দনৰ বাহিৰে আন কোনো শোৱা নাছিল।

মই কি কৰলৈ তোক কাষ চপাই আনিছো সোন ?

মই বুজিছো মা। তুমি চিঠিৰ মাজত পঠোৱা ফটো দুখন মই সযতনে থৈছো।

দিবাকৰৰ মুখখন ঘামিছিল। চিলিং ফেনখনৰ গতি বেগ বঢ়াই দি কলে।

এই দুইজনী ছোৱালীয়েই ধুনীয়া। শিক্ষিতা আৰু ভাল বংশৰ ছোৱালী। মই বিশ্বাস কৰিছো মা। কিন্তু এজনী অপৰিচিত ছোৱালীক মই

পৰিচয় হব লাগিব সোন। আমাৰ দিনত আমিও বিয়া হৈছিলো। এই দৰে নাচি বাগি বিয়াৰ লাগতে বিছু নামাৰিলেও হব। বৰষা বৰ ভাল ছোৱালী। তাইৰ লগত পৰিচয় হলেই তোৰ আপোন আপোন লাগিব।

বৰষাৰ কথা যে কলা গীতাৰ কথা নকলা কিয় ?

পুলিচৰ ছোৱালীত কৈ উকীলৰ জনী ভাল।

ব ৰ ষা··· তায়েই ডাঙৰ নেকি ?

তায়েই সৰু। গীতা, বৰষা কোনোজনীকে মই ভাল বুলি নকও। আৰু দুখৰ মানে ছোৱালী দিছেহি। তই যাকে পচন্দ কৰ সেইজনীকে মই বোৱাৰী বুলি সাৱটি লম। তথাপিও।

তথাপিও সেইজনীক নালাগে নহয় মা।

অনিতা সেইকথা শুনি উচুপি উঠিল। মাজনিশা ডেকালবাৰ লগত ঘূৰি ফুৰিব পৰা ছোৱালী জনী কিমান বা আগবাঢ়ি গলগৈ। মোৰ সোন কি আছিল কি হৈ গল। মুহূৰ্ত্ততে বহুত কথা ভাবি পেলোৱা অনিতাৰ দুগালেদি অশ্ৰুধাৰা বৈ আহিল। মাকক সান্ত্বনা দি কলে।

নাকান্দিবা মা। তোমাৰ সোন বেয়া হৈ যোৱা নাই। মই স্বপ্নাক বুজাম। তাইক মই পাহৰি যাবলৈ অনুৰোধ কৰিম। কিন্তু ·

কিন্তু কি সোন ? যদি তই মোৰেই সন্তান হয়, তেতিয়া হলে কালিলৈ পুৱাই যাবগৈ লাগিব।

কলৈ ?

বাগানৰ ঘৰতে থাকি ছোৱালীবোৰ চামগৈ। আহিনতে বিয়া পাতি মোক মুক্তি দে দিবাকৰ।

মুক্তি !

অঁ। মই আৰু বেছি দিন নাথাকিম সোন।

কিয় ?

ক্ষন্তেক নীৰৱতা। মাকে চুইটকেছ টোৰ কাপোৰৰ তলৰ পৰা এক্সৰে ফটোখন উলিয়াই পুতেকৰ হাতলৈ তুলি দিলে।

মোৰ গেষ্টিক আলচাৰ হৈছে।

দিবাকৰে পাগলৰ দৰে মাকক সাৱটি ধৰিলে। হুক হুক কৈ কান্দি কলে।

মই তোমাৰ অবাধ্য নহও মা। তোমাৰ কথামতেই বৰষা, গীতা মেঘালী, মেনকা কোনোবা এজনী নিশ্চয় বিয়া কৰাম কিন্তু তাৰ আগতে

আমাৰ ইয়াত তোমাৰ চিকিৎসা কৰো। আমাৰ ডাঃ দত্ত বৰ ভাল ডাক্তৰ মা।

তোৰ বিয়া দেখিলেও ভাস্কৰৰ বিয়া নেদেখিম।

ভাস্কৰ! ভাস্কৰেতো এই ফটোখনৰ কথা মোলৈ লিখিব পাৰিলে হেতেন। সি ডাক্তৰৰ লগত পৰামৰ্শ নকৰিলে কিয়? সি বাক মোলৈ চিঠি এখনো দিব নাপায় নে মা?

সি নাই।

সি নাই! সি কলৈ গল?

ভাস্কৰ গুৱাহাটীলৈ গল।

কিয়?

তই হয়তো আচৰিত হবি। সি পি ডিগ্ৰী চাইন্স পাছ কৰি মেডিকেল কলেজত ভৰ্ত্তি হল। ডাক্তৰী পঢ়িছে। অৰ্জুনে চাইকেল দোকানখন চলাই আছে। মাহে মাহে টকা পঠাই আছো। যোৱা সোমবাৰে মোৰ এক্সৰে ৰিপোর্টটো পাই মৃত্যুৰ আগ জাননী পালো।

ভগবানে চকু মেলি চাব মা।

চালেই হয়। সি যেনে তেনে পঢ়িব। কিন্তু তোৰ বিয়াখন নাপাতিলে চন্দ্ৰমাৰ জীৱন জ্যোতি হেৰাই যাব। দিবাকৰ, তাইৰ নিজস্ব একোৱেই নাই তইঁতে পোহৰ দিব লাগিব।

মাকৰ মুখৰ কথাবোৰ শুনি দিবাকৰৰ মুখখন শুকাই গল। মাকৰ আগৰ স্বাস্থ্য নাই। মুখখন ক'লা পৰিছে চকু দুটা সোমাই গৈছে। প্ৰথমে আহি বহাৰ লগে লগে, মা তুমি ক্ষিণাই গৈছা বুলি কোৱা হলে হয়তো উত্তৰত কলেহেঁতেন, মইটো বঙলাৰ সুখত থকা নাই। সি মাকলৈ ভয়-ভক্তি সমানেই কৰে। ভাস্কৰ সমান্য পুৰুষ নহয়। ভাস্কৰে মেট্ৰিক পাছ কৰি কলেজতো পঢ়িলে। আচৰিত। সি জেদ ৰাখিবলৈ মনে মনে শুচি গল। মাক অনিতা সাধাৰণ তিৰোতা নহয়। মাতৃ তোমাক শতবাৰ নমস্কাৰ। তোমাৰ সন্তানৰ যুগ্ম জীৱনৰ কথা ভাবি তুমি ইমান এটা ভয়াবহ বেদনা পাহৰি পেলাই···ইয়াত কৈ আক

একো পৰীক্ষাৰ প্ৰয়োজন নাই। আই তুমি সীতাৰ দৰে জুইৰ মাজত থাকিও হাঁহিছা···তুমি মাতৃ অসামান্য তিৰোতা···

**॥ প্ৰোজ্জ্বল ॥**

ডিব্ৰুগড় মেডিকেল কলেজ হস্পিটালত অনিতাৰ আপাৰেশ্বন হৈ গল। পচপন্ন বছৰ বয়সলৈকে দেহৰ কোনো অঙ্গতে অস্ত্ৰো প্ৰচাৰ নকৰা অনিতাই পেটত অস্ত্ৰো প্ৰচাৰ কৰিলেই মৃত্যু হব বুলি ভয় কৰিছিল। পেয়িংৱাৰ্ডত নিজ হাতে ৰান্ধি বাঢ়ি খুৱাই দিবাকৰে শুশ্ৰূষা কৰিলে। মাৰ্ঘেৰিটাৰ হস্পিটালত চিকিৎসা নকৰাৰ কাৰণ মাত্ৰ এটাই। স্বপ্নাৰ লগত যাতে মাকৰ দ্বিতীয়বাৰ দেখা দেখি নহওক তাৰেই চেষ্টাত দিবাকৰ ডিব্ৰুগড়লৈ গুছি আহিছিল।

পেয়িংৱাৰ্ডত ভাল চিকিৎসাত অনিতা সোনকালেই আৰোগ্য হব। সেইদিনা দিবাকৰে কলে।

মা! মই ভাস্কৰৰ চাইকেল দোকান খন চাই আহোঁগৈ।

তই বাইনী বাৰিলৈ গৈ সময় খৰছ কৰিব নালাগে সোন। তই যোৰহাটৰ ছোৱালীজনী চাই আহগৈ। তোৰ পচন্দ হলে মই দিন-বাৰ ঠিক কৰিম।

যোৰহাটৰ ছোৱালী!

অঁ; বৰষা ভাল ছোৱালী। তাইক বোৱাৰী পালে মই সবছকৈ দুদিন মান জীয়াই থাকিম।

কি বুলি কমগৈ?

দিবাকৰৰ প্ৰশ্নত মাক অনিতাই সুস্থ মানুহৰ দৰে হাঁহিলে। মাক পুতেকে কথা পাতি থাকোতেই হীৰামনি ৱাৰ্ডটোলৈ আহিল।

নমস্কাৰ মা। দাদা ভালনে? মাৰ বৰ্ত্তমান ভালনে আহিছে ছাগৈ? যোৱা কালি আহিব নোৱাৰিলো।

হীৰামনিয়ে গাখীৰখিনি কাপত ঢালি থলে। চন্দ্ৰমাই স্তভত চাহ কৰি সকলোকে একো কাপ দিয়াত হীৰমনিয়ে চকু দুটা ডাঙৰকৈ মেলি কলে তুমি চাহ কৰিব পৰা হলাই নেকি?" বুলি বিস্কুট এখন মুখত দি কলে।

আপুনি আৰু বাইনীবাৰীলৈ যাব নালাগে। হস্পিটালৰপৰা গৈ দাদাৰ তাতে থাকিবগৈ মা।

তাইৰ কথাৰ লগে লগে দুজন মানুহ সোমাই আহিল।

আৰে তোমালোক। বহাঁ বহাঁ। দাদাই চিনি পাইছেনে নাই? এওঁলোক আমাৰ বাগানৰ মানুহ গনেশ আৰু মদন। বৰবাবুৰ কেছটোৰ কাৰণে এওঁলোকে শাস্তি লব লগা হল।

মই বাহিৰে বাহিৰেই ডাঙৰ হলো। বহুত মানুহকে চিনি নাপাওঁ।

ভাস্কৰ ককাইৰ দোকানখন চলিছেনে? গনেশে হীৰাক সুধিলে

আচৰিত হবা মদন ভায়া। ভাস্কৰদা এতিয়া চাইকেল দোকানী হৈ থকা নাই। তেওঁ এতিয়া গুৱাহাটীত ডাক্তৰ পঢ়ি আছেগৈ।

বৰ ভাল কথা শুনিলো। মোৰ ঘৰত ভালনে হীৰা বহীন? গনেশৰ প্ৰশ্নত হীৰামনি কঁপি উঠিল।

কলে।

ভাল তোমাৰ ঘৰত সকলোৰে ভাল।

মাৰ কি হৈছে? বিছনাখনত হাত দি মদনে সুধিলে।

পেটৰ অসুখ বোপাই পেট কাটি পৰি আছো।

গনেশ আৰু মদন বহাৰপৰা উঠিল। মদনে হীৰামনিক বাহিৰলৈ মাতি নি কেইটামান টকাৰ কথা কলে। তাই টকা কুৰিটা বেগৰ পৰা উলিয়াই দিওঁতেই দিবাকৰে সুধিলে।

তোমালোক এতিয়া কলৈ যাবা?

আমি জেলৰ পৰা মুকলি হৈ আহিছো, এতিয়া বাইনী বাৰী বাগিছাৰ ঘৰলৈ যাম।

আৰু হীৰামনি। তুমি?

মই মোৰ ভাড়া ঘৰলৈ যামগৈ।

মা সোন এওঁলোককো তোৰ গাড়ীতে লৈ যা। অৰ্জুনক ভালকৈ বুজাই থৈ আহিবি।

তেতিয়া আবেলি। মাকৰ নিৰ্দ্দেশক্রমে সি যাবলৈ ওলাল। মদন গনেশ আৰু হীৰামনিক মটৰত লৈ সি বাইনী বাৰীলৈ মটৰ চলাই দিলে। চলন্ত মটৰত সি হীৰামনিক ক'ত নামিব সুধিলে। তাই বাইনীবাৰীলৈ যোৱাৰ ইচ্ছা প্ৰকাশ কৰাত সি গাড়ীখন নগৰৰ ৰাষ্ট্ৰীয় পথৰ বুকুত এৰি দিলে।

মদন আৰু গনেশে পিছৰ চিটত কথা পতাত ব্যস্ত। হীৰামনিৰ বুকুখন বিষাই গল। গনেশে তাৰ ঘৰৰ মানুহ বোৰ হেৰাই যোৱা কথা নাজানে। তাক ফাঁকি দিয়া হল। নীৰৱতা ভঙ্গ কৰি তাই কলে।

গনেশ ভাই। তোমালোকক তোমালোকৰ কামৰ কাৰণে ধন্যবাদ জনাইছো। জেলত থকা সময়ত আমি মজদুৰ ভাই-ভনীয়ে বহুত কাম কৰিলো। বাইনীবাৰী চাহ বাগিছাৰ ৰূপ সলনি হৈ গল। মানুহৰ জীৱনলৈ আপোনা আপুনি পৰিবৰ্ত্তন আহে। জীৱন পথ দুৰ্গম। পৃথিবীখন কষ্টেকীয়া ৰঙ্গমঞ্চ। সম্পৰ্ক বিহীন দৰ্শকৰ দৰে আমিও জীয়াই আছো।

কি কৈছ হীৰা বহীন। মই একো বুজানাই।

মোৰ মাৰ মৃত্যু হল, গনেশ ভায়া! আৰু।

আৰু কোন হীৰা বহীন?

তোমাৰ মা দেউতা আৰু ঘৰৰ মানুহ বাইনী বাৰীত নাই।

হীৰা বহীন···আতঙ্কত গনেশ চিঞৰি উঠিল। দিবাকৰৰ মটৰখন হুখাং বৈ গল। গনেশে কান্দি কান্দি হীৰামনিৰপৰা খবৰবোৰ লবলৈ চেষ্টা কৰিলে। দিবাকৰে সেই ভগ্ন হৃদয়ৰ সংলাপ শুনি মটৰখন চলাই লৈ গল।

বাইনী বাৰী পাওঁতে নিশা চাৰে সাত বাজিছিল। গনেশ আৰু মদন চাইকেল দোকানখনপৰা খোজ কাঢ়িয়ে গুছি গল। অৰ্জুনৰ

লগতে বহি ৰাজেনে কথা পাতিছিল। ভাল বেয়া খবৰ শুনাৰ পিছত অৰ্জুনে চাহ একো কাপ দি ভাত ৰন্ধাৰ কথা সুধিলে।

আমি যামগৈ অৰ্জুন।

কাম নথকা হলে ময়ো গলোহেঁতেন। মাক চাবলৈ মন গৈছিল। অৰ্জুনে কলে।

বৰ্তমান ভাললৈ আহিছে ৰাজেন ভাই। তোমাৰ ল'ৰা ছোৱালী কেইটা ?

দিবাকৰৰ প্ৰশ্নত ৰাজেনে হাঁহিলে। হীৰামনিয়ে হাঁহি হাঁহি ৰাজেনৰ যে বিয়া হোৱা নাই বুজাই দিলে।

আমি যাওঁগৈ ব'লা হীৰামনি ; নে তুমি থাকিবা ?

নবৌ থকা হলে থাকিলোহেঁতেন।

নবৌ শব্দটোত ৰাজেনৰ বুকুত আচোঁৰ এটা পৰিল। অৰ্জুনে টকা এজাপ দিবাকৰৰ হাতত দি কলে।

তিনিশ পঞ্চাচ টকা আছে। ভাস্কৰ দাদালৈ পঠাই দিব।

বাক বুলি টকাখিনি জেপত ভৰাই দিবাকৰ থিয় হল। তাৰ আৰু তাত থাকিবৰ মন নগল। সচাকৈয়ে অৰ্জুন ভাল ল'ৰা। অৰ্জুনে বহুত কথা জানে।

অৰ্জুন আৰু ৰাজেনৰ পৰা বিদায় লৈ দিবাকৰ হীৰামনিৰ লগত ঘূৰি আহিল। মটৰখন ষ্টাৰ্ট হোৱাৰ লগে লগে অৰ্জুন লৰৰি আহি চন্দ্ৰমাৰ কিতাপৰ বেগটো দি কলেহি।

ভাইৰ কিতাপবোৰ ইয়াত থাকিলে সকলো পাহৰি যাব।

দিবাকৰক এই দৃশ্যই আৰু আচৰিত কৰি তুলিলে। মটৰখন দ্ৰুত গতিৰে গৈ থাকিল। মৰাণৰপৰা কিছুদূৰ গৈ দিহিং দলঙৰপৰা এক কিলোমিটাৰ পশ্চিমত ৰাষ্ট্ৰীয় পথৰ ওপৰত এখন গাড়ী থিয় হৈ আছে। কাষতে থিয় হৈ মাইকী মানুহ এগৰাকীয়ে সংকেত দিয়াত সি ৰৈ গল। গাড়ীখন ৰৈ যোৱাৰ লগে লগে সি সুধিলে।

স্বপ্না তুমি। আৰু কোন আছে ?

দেউতা। আমাৰ স্পেয়াৰ নাই বুজিছা।

ৰ'বা মই দিছো।

দিবাকৰে স্পেয়াৰ চকাটো নমাই দিলে। গাড়ীত বহি চিগাৰেট হুপি থকা দেউতাকৰ কাষলৈ সি ইচ্ছা কৰিয়ে নগল। হীৰামনিলৈ টৰ্চৰ পোহৰ মৰাদি চকুৰ দৃষ্টি পাত কৰিলে। সেই ফটো চুখনৰ লগত নিমিলে। এইজনী ক'ৰ ছোৱালী? তাই নোসোধাকৈয়ে দিবাকৰে ক'লে। তেওঁ আমাৰ বাগানৰ ছোৱালী ডি চি অফিচত চাকৰি কৰে ··· মিচ হীৰা

হীৰামনিয়ে নমস্কাৰ জনাইছিল। তাই প্ৰতি নমস্কাৰ নজনালে। দিবাকৰ নৰল। হীৰামনিৰো কেনেবা কেনেবা লাগিল। দিবাকৰে দ্ৰুত গতিৰে গাড়ীখন চলাই লৈ গল।

ৰেডিঅ ষ্টেছনৰ সম্মুখত হীৰামনিয়ে নিৰৱতা ভঙ্গ কৰি সুধিছিল।

সেই ছোৱালী জনী চিনাকি নেকি দাদা?

ওঁ আমদা' বাগানৰ বৰ বাবুৰ ছোৱালী।

অকলে দেখিলো যে?

অকলে থকা নাই। তাইৰ লগত ৰূপ সৌন্দৰ্য্য সম্পত্তি আৰু জেদ এটাও আছে।

হীৰামনিয়ে শব্দ কৰি হাঁহিলে। দিবাকৰে ক'লে।

এজন অচিন যুৱকৰ লগত চলন্ত গাড়ীত এজনী গাভৰু ছোৱালী বহি থকা দেখিলে মানুহে সন্দেহৰ চকুৰে চাবই। নিশাৰ কথা। তাতে এজনী প্ৰতিবেশী ছোৱালী ডিব্ৰুগড়ত তাইৰ ভাড়া ঘৰৰ সন্মুখত গাড়ীখন ৰখাই দিলেহি। হীৰামনি নামি নমস্কাৰ জনালে। সি গুড নাইট দি গাড়ীখন কৰ্টৰ ৰাস্তাৰে আগুৱাই লৈ গল ···

॥ ষোল্ল ॥

ভোগদৈ নদীৰ ৰাষ্ট্ৰীয় পথৰ দলংখন পাৰ হৈ গাঁতটোৰপৰা চকাটো বচাবলৈ লওঁতেই কোনোবাই চিঞৰি মাতিলে। ৰবষা অ' ৰবষা আও বৰ ফুটনি হল দেই। ৰবষা শব্দটোৰ লগে লগে গাড়ীৰ গতি মন্থৰ হৈ পৰিছিল। দুফালৰপৰা দুজনী গাভৰু ছোৱালী ওচৰ চাপি আহিল। ৰবষানো কোনজনী চোৱাৰ হেপাঁহতে সি গাড়ী খন ৰখাই দিলে। পাইপ ৰেঞ্চদাল আনি বাওঁ হাতৰ আগ চকাৰ নাট কেইটাত টাইট দি সি লক্ষ্য কৰিলে। চাইৰা বানুৰ দৰে পাতল নীলা শাৰী পিন্ধা জনীয়েই ৰবষা। সি সিহঁতৰ কথোপ কথন শুনিবলৈ বনেটখন খুলি দাণ্ডি ধৰিলে। মন বলিয়া কৰিবপৰা ডেকালৰাটো দেখি সিহঁত দুজনীৰ গাত থৰকাচুটি হেৰাল।

আহু চাবা গধুলি
শালি চাবা পুৱা।
কথা পাতোতে ছোৱালী চাবা
কোন কেনেকুৱা।

কথাষাৰ কৈ ৰবষাই হাঁহিছিল। লাজ লাগিল তাৰ। কম গাভৰু নহয় এইজনী। এই জনীয়েই উকীলৰ ছোৱালীনে! বৰ ভাল নহব নেকি? গাভৰু ছোৱালী দুই তিনিজনী লগ হলে সিহঁতৰ হাতত আনবিক অস্ত্ৰ আছে বুলি ভাবে। সিহঁতৰ স্বভাব বান্দৰৰ নিছিনা। জাক বান্দৰে অকলে পালে আক্ৰমন কৰে। মাতৃ আজ্ঞা পালন কৰি সি ৰবষাক চাবলৈ আহিছিল। নাটকীয়ভাবে ৰবষাক বাটতে পাই গল। সিহঁতৰ আও ভাও বুজিবলৈ সি ইটো সিটো পিটিকি হাত দুখন লেতেৰা কৰি পেলালে। কিছুদুৰ গৈ হোটেল খনৰ সন্মুখত গাড়ীখন ৰাখি সি হাত দুখন ধুই পশ্চিমলৈ চালে। এজনী ফুট পাঠেদি

গৈ আছে, আনজনী কৰবাত সোমাল। দিবাকৰে মন্থৰ গতিৰে গাড়ীখন চলাই নিলে। চোলাধৰাৰ, ছোৱালী ৰৰষা। তাইৰ পিছে পিছে দিবাকৰ গৈ থাকিল। বৰষাই ফুটপাঠৰ ফলমূলৰ দোকানী জনক ঢমক দিয়াদি কলে।

এ হে হে হে খিলং জাহাজী। যোৰহাটত আকৌ খিলং জাহাজী কৰ পৰা ওলাল? ছটকা ডজন কোনে দিব হেঁ?

দিয়াই দিব নহয়। দোকানীজনৰ খং উঠিল।

চাৰিটকা হব নেকি?

নহব।

বিলাতী বুলি কবা; বিলাতী ... তোমাৰ এই কেইটা কল বিলাতী হে হবলা...

তাই গুচি গল। দোকানীজনে ভোৰভোৰালে। ডেকা লৰা দুজন মানে ৰস পালে। দিবাকৰে বৈ থকা মটৰখন চলাই নিলে। ছোৱালীজনী চঞ্চল কৃপন মুখখন জুই দিলেও নোপোৰা। তাই কমখিনি বাট খোজ কাঢ়ি অহা নাই। বিশ্লাত মুঠাবো কাৰণ থাকিব পাৰে। সি আগ বাঢ়িল। উন্নত বক্ষলৈ দৃষ্টি ৰাখি খোৱা শালিকাৰ দৰে ঠোটবিটো জোকাৰি তাই গৈ থাকিল। দিবাকৰে এইবাৰ তাইক পিছ পেলাই গৈ থাকিল।

ৰাস্তাৰ কাষত থিয় হৈ থকা মানুহ জনক গাড়ীৰ ভিতৰৰ পৰাই জগত বৰুৱাৰ ঘৰ কোনটো সুধিলে। মানুহ জনে কলে।

সেই যে ছোৱালীজনী সোমাইছে, সেইটোৱেই।

ভাল।

দিবাকৰে ধন্যবাদ জনাই গাড়ীখন ঘূৰাই লৈ গল। প্ৰায় পঞ্চাচ মিটাৰ মান আগ বাঢ়ি অহা দিবাকৰে মটৰখন ঘূৰাই ঘৰটোৰ গেটৰ মুখত ৰলগৈ। গেটৰ বাহিৰতে মটৰখন থৈ সি সোমাই যাওঁতেই বিৰাট কুকুৰ এটা লৰৰি আহিল। ব্ৰেকমাৰি বৈ যোৱা জীপখনৰ দৰে কুকুৰটো দিবাকৰৰ সন্মুখত বৈ গল। পিছে পিছে মানুহ এগৰাকী আহি

কুকুৰটোৰ ভিতিত ধৰি কলেহি।

'কুকুৰ আছে সাৱধান' বুলি গেটত লিখা আছে নহয়।

হয় মই সাৱধান হৈয়ে আহিছো। বাটৰ কুকুৰবোৰতকৈ আপোনালোকৰ ঘৰৰ কুকুৰটো ভাল।

আপুনি কৰপৰা আহিছে? তেখেত কটতে আছে।

মই তেখেতক ঘৰতে লগ পাবলৈ আহিলো। ক্ষন্তেক বহিব পাৰিমনে?

আহক ইয়াতে বহক।

আগফালে মক্কেল বহা বেতৰ চকী কেইখনৰ এখনত বহি সি চাৰিও ফালে চালে। বৰষা ওলাই আহি গেটৰপৰা ঘূৰি গলহি। গাতৰপৰা ওলোৱা ফেটী সাপে শক্র সংকেত পাই আত্মগোপন কৰাৰ দৰে তাইও ভিতৰ সোমাই গল। ইমান চঞ্চলা ছোৱালী এজনীয়ে বাটত দেখা পোৱা মানুহজনক মাত নিদিয়াৰ কাৰণ কি? তাই বাৰু সচাকৈয়ে চিনি পোৱা নাইনে? চৰায়ে আকাশত উৰাৰ দৰে বাহত পাখি নেমেলে। কথাবোৰ ভাবি থাকোতেই উকীল জগত বৰুৱা গেটখন খুলি সোমাই আহিল। ড্ৰইংৰুমৰ বাহিৰ ফালে মুকলি চৰাত বহি থকা অতিথিৰ ওচৰ চাপি সুধিলে।

অপুনি মোকেই বিচাৰি আহি বহি আছেহি নেকি?

আপুনিয়েই বোধহয় জগত বৰুৱা।

মানে আপুনি যোৰহাটৰ নহয় নেকি?

মই মাৰ্ঘেৰিটাৰ পৰা আহিছো।

তেনে হলে তুমি ইঞ্জিনিয়াৰ দিবাকৰ বৰুৱা।

হয়। নমস্কাৰ।

প্ৰতি নমস্কাৰ। মোৰ আত্তৰি বন্ধুলৈ। বৰষা অ বৰষা, হেৰ ভইতে ইমান পৰে দিবাকৰক বাহিৰতে বহুৱাই থলি নহয়?

বৰষা ওলাই আহি কলেহি

ন ম স কাৰ ··

নমস্কাৰ। আপুনিয়েই ববষা নেকি ?

ম্যোক আ প্পু নি বুল্লি নককব পা আ ই। আহক ভিত ভৰতে বহাক হি

তাইৰ আহ্বান ক্রমে দিবাকৰ উঠি গৈ ড্রইংৰুমত বহিল। সক ছোৱালী এজনীৰ দৰে লেনিয়াই কথাবোৰ কোৱাত তাৰ হাঁহি উঠিছিল। ৰাস্তাত ভোগদৈ দলঙৰ কাষত টেং টেং কৈ মাতিবপৰা ছোৱালীজনীৰ মাতবোৰ লেকেটা শুৱৰ দ'ৰ লাগি ধৰিছে কিয় ? এইটো সুৰেৰে তাই দোকানীজনকটো কথা কোৱা নাছিল।

সময় পাৰ হৈ গল। হাত মুখ ধুই সি চাহ খাবলৈ বহিল। চাহ খাই থাকোতেই জগত বৰুৱা ওলাই আহি সমুখতে বহি ভাল বেয়া সুধিলেহি।

মাবাৰ ভালনে ?

মাৰ গেষ্ট্ৰিক অপাৰেশ্যন হৈ গল। বৰ্ত্তমান ভাললৈ আহিছে।

এই দেহি বুঢ়ী অবস্থাত ··· তোমাৰ ছুটী কিমান দিন।

কেইদিন মান আছে।

কাষতে থিয় হৈ থকা ববষাৰ ককালত ধৰি কলে।

এই জনীয়েই মোৰ পেট মছা ছোৱালী। তোমাৰ মা আৰু ভায়েৰাই টিয়কৰ বিয়া এখনত লগ পাই চিনাকি হৈছিল। তই আৰু কথা পাতিছানে নাই হুঁ ? তুমি আজি থাকিবা নহয় ?

না ত থাকিব স্কেকি, দেউত্যায় যে কথথা বোৰ কয় য়্যাক···

বাৰু তোমালোকে কথা ৰতৰা পাতা।

জগত বৰুৱা উঠি যোৱাত ববষাই কলে।

গ্যাৰী খন ভিত তৰ সোম্মাই থাব ল্যাগিছ্যিল।

অলপ ফুৰি আহিম গৈ ; তুমি যাবানে ?

ওল্লাই গ্যালে য়্যাক চিনোমাকে চ্যাম ···

ওলোৱাগৈ যোঁৱা।

ববষা ভিতৰলৈ সোমাই গল। দহ মিনিট মানৰ পিছতে তাই

কাপোৰ এসাজ পিন্ধি মাক দেউতাকক মাত লগাই আহি কলেহি।
সমায় ব্যৰ ক্যম কিন্তুও ···

দুয়ো গেটখন খুলি ওলাই গল। ড্রাইভিং চিটৰ কাষতে তাইক বহোৱাই সি মটৰখন চলাই দিলে। চলন্ত মটৰত দিবাকৰে সুধিলে।

মোক বাক কৰবাত দেখিছিলানে বৰষা?

ন্যাই দেখা ···

বিয়াৰ কথা পাতা আক।

কিয় প্যাতিম য়্যাক

তুমি বাক মোৰ লগত সুখী হম বুলি ভাবিব পাৰিছানে?

বুজা বুজিৰ মাজেদি অ্যামাৰ মন বোৰ নিৰ্মলিব্ব জ্যানো? ত্যুমি হে প্যচন্দ অপ্যচন্দ ক্যৰিবা

মই পচন্দ কৰিছো। মোৰ মাৰ চকু দুটাকে মই পিন্ধি আহিছো। প্ৰথম দেখাতে কলো। মোৰ ভুলবোৰ এৰি ভালবোৰ বিচাৰি লবা দেই

দিবাকৰে টিকেট দুখন কিনি আনিলে। ভজা বাদামৰ পেকেট দুটা হাতত লৈ সি তাইৰ লগত পেক্ষা গৃহলৈ সোমাই গল। ক্ষন্তেক পিছতে কথাছবি আৰম্ভ হল। 'আয়া পিয়া মিলন কি বেলা।' বাদামৰ পেকেট এটা আইৰ হাতলৈ দি সিও বাদাম এটা মুখত দি ৰূপালী পৰ্দালৈ চাই থাকিল

তীৰ্থলৈ যোৱা মেকুৰীটোৱে এন্দুৰৰ পোৱালী দেখি যেনেকুৱা কৰিছিল, বৰষাও সেইদৰেই ইচাট বিচাট কৰিবলৈ ধৰিলে। তাইৰ ইচ্ছা, বহি থকা যেন দেখুৱাই যেন দিবাকৰৰ কোলাত শুই পৰিব··· তাইৰ খছ খছনি বোৰত দিবাকৰৰ লাজ লাগিছিল। মনতে ভাবিলে কম বদমাচ ছোৱালী নহয়

তাৰ কোলাত পৰি থকা হাত খনৰ আঙুলিবোৰ হাতৰ মুঠিত লৈ সি নগ্ন বাহুটোলৈকে হাতখনৰ আঙুলিবোৰ পিছলাই দিওঁতে প্ৰথৰ ৰ'দত পিচ ৰাস্তাত পৰি থকা কেচু সাপটোৰ দৰে তাই গাটো মেচেলা

মেচেল কৰিছিল।

কথাছবিৰ দৃশ্যাৱলী আগবাঢ়িল। কাহিনীৰ মাজ ভাগ পাওঁতে দিবাকৰৰ বুকুখন কঁপিবলৈ ধৰিলে। মিলনৰ সময়ত তৃতীয় ব্যক্তি অহাৰ দৰে বিয়াৰ দিনাই যদি স্বপ্না সন্মিকৈ হোমৰ গুৰিত থিয় হয়গৈ। তেতিয়া কি হব? জীৱন নাটৰ চৰিত্ৰই যদি আগ ভেতি ধৰে তেতিয়া?

সি কথাবোৰ ভাবি থাকোতেই বাদাম দুটামান ভাৰি হাতত দি শব্দ কৰিয়েই কলে।

তুমি ইমান ঘ্যামিছা

তাৰ লাজ লাগিছিল। কোনোবাই শুনিছে বুলি সি সহজ হবলৈ চেষ্টা কৰিলে। বৰষাই ৰুমাল খনেৰে তাৰ হাতৰ ঘাম বোৰ মচি দিছিল ভিৰ কমা; সিহঁত গুলাই আহিল। মানুহৰ ভিৰৰ মাজেৰে গাড়ীখন চলাই নিওঁতে দিবাকৰে মাত দিয়া নাছিল। বাষ্ট্ৰীয় পথৰ-পৰা উপপথেদি ঘূৰি কলে।

কেনেকুৱা লাগিল চিনেমা খন?

ভালেই।

দিবাকৰে খিক্ খিক্ কৈ হাঁহি দিয়াত তাই আচৰিত হৈ কিয় হাঁহিছে সুধিলে।

তোমাৰ মাত কথাবোৰ শুনি মোৰ ভনী চন্দ্ৰমালৈ মনত পৰিছে।

তাই বুজি নাপালে নেকি, একো মাত নিদিয়াত দিবাকৰো নীৰৱ হৈ পৰিল। খোলা গেটখনেদি গাড়ীখন সোমাই গল। খেদা মাৰি অহা আবেলিৰ কুকুৰটোৱে জিভা জোকাৰি বৰষাৰ বিয়াৰ কথা ভাবিছিল। একে ব্ৰহ্ম। কোনে জানে সি বা পূৰ্ব্ব জন্মত কোনো উৰ্ব্বসীৰ প্ৰেমত পৰিছিল

ভাত পানী খোৱাৰ পিছত বিছনাখন পাৰি গুদ নাইট দি বৰষা আঁতৰি পৰিছিল। নিশাটো পাৰ হৈ গল। পুৱা সোনকালে উঠি সি গাটো ধুই আজৰি হল। পুৱাৰ আহাৰ খাই, সি সকলোকে মাত লগাই ওলাই আহিল। বৰষাই চিঠি পত্ৰ দিবলৈ অনুৰোধ জনাই

গেটলৈকে আগ বঢ়াই দিছিল। দিবাকৰৰ বেয়া লাগিছিল। সি আহোঁ দেই বুলি গাড়ীখন এৰি দিছিল···

ৰাতি পুৱা চৰকাৰী বাচ ষ্টেছনৰ সম্মুখত কোনোবা ব্যক্তিৰ সংকেত পাই দিবাকৰে গাড়ীখন থিয় কৰিলে।

আপুনি কিমান দূৰলৈ যাবগৈ। আগন্তুকে সুধিলে।

ডিব্ৰুগড়লৈ যাম।

ঠিক আছে। মই ভোগদৈ দলঙতে নামি যাম লৈ যাওঁকচোন।

দিবাকৰে দুৱাৰখন খুলি দিয়াত মানুহজন ড্ৰাইভিং চিতৰ কাষতে বহিল। চলন্ত মটৰত যুৱক জনে কলে।

আপুনি ডিব্ৰুগড়ৰ গুন্দা হলেও মই ভয় নকৰো। মনত ৰাখিব মোৰ নাম প্ৰতাশ দাস। বৰষাৰ লগত আপুনি চিনেমা চাই বাদাম খাই থাকোতেই মই পিছতে বহি আছিলো। বৰষা বৰুৱা মোৰ বাকদত্তা। মই ইয়াতে নামিম গাড়ী ৰাখক।

বৰষা বৰুৱা!

আঁ যিজনী ছোৱালীক এই খিনিতে লগ পাইছিল। সেই বৰষা যোৱা কালি মোৰ ঘৰৰপৰা গুলাই আহিছিল। আজিৰপৰা যোৰহাটলৈ নাহিব।

মানুহজনৰ মদাৰফুলীয়া চকু দুটালৈ চাব নোৱাৰি দিবাকৰে গাড়ী চলাই দিছিল। ইদিয়ত··· ভাল পোৱা এজনৰ মাজত হব নোৱাৰে। বিপৰীত মুখি দুটা শক্তিৰ মিলনৰ প্ৰাক মূহূৰ্ত্তই ভালপোৱা। প্ৰতাপ দাসে সেই দৰে নকৈ মৰম আৰু বিনয়েৰে কব পাৰিলে হেতেন। মাকৰ কথামতে সি আহিছিল। এই ঘটনাৰ কথা যদি কয়গৈ মাকে বাৰু সঁচা বুলি ভাবিব পাৰিবনে? জন্ম মৃত্যু বিবাহৰ কথা মাক বাপেকৰ দৃষ্টিৰ বাহিৰত। দিবাকৰে চিগাৰেট টোঁত জোৰেৰে হোঁপা মাৰি খিৰিকীয়েদি দলিয়াই দিলে। মৰা সাপৰ দৰে সমুখত পৰি থকা ৰাষ্ট্ৰীয় পথৰ উন্মুক্ত বুকুত সি দ্ৰুত গতিৰে গাড়ীখন এৰি দিওঁতে বৰষালৈ মনত পৰিছিল ··· কিয় ৰাক এনে হল ···

## ॥ সোতৰ ॥

বিচিত্ৰ মানুহৰ বিচিত্ৰ মন। বাঁহনী বাৰী চাহ বাগিছালৈ গৈ হীৰা-মনিয়ে বুজিব পাৰিছিল। মানুহৰ মনবোৰ একে নহয়। পৃথিৱীত অভিন্ন হৃদয়ৰ কোনোবা আছেনে বুলি প্ৰশ্ন কৰি তাই উত্তৰ বিচাৰি পাইছিল। মানুহ টোৰে প্ৰতি মনটো ধানটোৰে প্ৰতি কণটো ···

মানুহৰ ব্যক্তি স্বাধীনতা আছে। ব্যক্তিত্বৰ জয় ঘণ্টা বজাই মানুহে নিজৰ ইচ্ছাতেই আত্ম হত্যা কৰে। ৰাজেনে এইবোৰ কি কৰিলে। ৰাজেনৰ লাজ নালাগিলনে? গৰীয়া হাবি চাহ বাগিছাৰ চৰ্দাৰৰ জীয়েক কুন্তীক সি কাষ চপাই ললে। কুন্তী গাভৰু নহয় তিৰোতা। তিৰোতাও নহয়, অৰ্জুনৰ মাক। মাক পোৱালী একে ঠাই হলহি। নৰীয়া মানুহে পোৱালী থকা গাই বিচৰাৰ দৰে ৰাজেনে এইখন কৰিলে কি? অৰ্জুনৰ পাঁচ বছৰ বয়সতেই দেউতাক ঢুকাইছিল। দহবছৰে বিধবা হৈ তাই মাক বাপেকৰ ঘৰতেই আছিল। ভাস্কৰৰ চাইকেল দোকানত কাম কৰা অৰ্জুনক চাবলৈ কুন্তী আহিছিল। ৰাজেন আৰু কুন্তী আহিছিল। ৰাজেন আৰু কুন্তীৰ মিলন হল

বয়স পাৰ হৈ গল উভয়ৰ। জীৱনৰ উত্তৰ বয়সত মাক পোৱালী সাৰটি লৈ ৰাজেনে যাদুকৰৰ দৰে তিনিজনীয়া পৰিয়াল এটা সৃষ্টি কৰিলে। শকত-আৱত স্বাস্থ্যৱতী তিৰোতা মানুহজনীৰ নতুন মুখখন দেখি তাই সুধিয়ে পেলাইছিল

তুমি কোন দিদি?

তাই হাঁহিছিল। অৰ্জুনে পৰিচয় দিছিল লাজ ভয় আৰু শঙ্কাৰে।

মোৰ মা। এতিয়া নতুন দেউতাই ৰাখিছে।

নতুন দেউতা! কোন নতুন দেউতা?

আপোনাৰ দাদা।

নবৌ বুলি তাই কুন্তীক সাৱটি ধৰিছিল। কুন্তীৰ মাতৃ হৃদয়ত আলোড়ণ সৃষ্টি হৈছিল। বিগত জীৱনৰ বেদনাৰ উৎস দিবলৈ তাইৰ পৰা বেদনাশ্ৰু বৈ আহিল।

সেইদিনা মুখ হাত ধুবলৈ দি কুন্তীয়ে হীৰামনিক চাহ কটি খাবলৈ দিছিল। অৰ্জুন আৰু ককায়েকলৈ অনা কাপোৰ কাণি কেইটা নবৌয়েকৰ হাতলৈ দি তাই মূঢ়া টোত বহিল। তেতিয়া সন্ধিয়া। ভিতৰত চাকি বন্তী জ্বলাব লগা কৈ আন্ধাৰ। তলপৰ বজাৰৰপৰা ৰাজেন ঘৰলৈ ঘূৰি অহা নাছিল। হীৰামনিক চাহ দি কুন্তীয়ে বহুত কাম কৰাৰ পিছত ৰাজেন ঘৰ সোমালহি।

আৰে তই কেতিয়া আহিলি হীৰা ?

তিনি ঘণ্টা মানেই হল।

সি ভিতৰত কুন্তীৰ হাতত মোনাটো দিলেগৈ। গাহৰি মঙহ খিনি উলিয়াই তাৰ মনটো বেয়া লাগি গল। হীৰামনিয়ে গাহৰি মঙহ নাখায়। সি ঘপ কৰে মঙহ খিনি লৈ পলাই গুছি গল। পোন্ধৰ মিনিট মানৰ পিছতে সি মাছটো দি কুন্তীক কলেহি।

এইটোকে ৰান্ধ। ভনী জনীৰ লগত তৃপ্তিৰে খাওঁ। মাংসখিনি সলনি কৰি আনিলো।

কথা কেইটা কৈ ৰাজেনে হাত মুখ ধুই আহিলগৈ। বাহিৰত আলহী অতিথি বহা কোঠাতে হীৰামনিৰ কাষত সি বহিল। কুন্তীয়ে ননদ-হীৰামনিক চাহ খাব নেকি সুধিলে।

কুন্তীয়ে চাহ দি গলাহি। ৰাজেনে চাহত শোহামাৰি কলে।

মই বৰ বেয়া কাম কৰিলো বহীন।

একো বেয়া কাম নহয় ককাইদেউ। তুমি পৃথিবীৰ মানুহে কৰা কামকে কৰিলা কিন্তু ···

মই বুজি পাইছো হীৰা। বিধবা একনী অনাত কৈ বয়সে গৰকা গাভৰু একনীকে আনিব লাগিছিল। মোৰ বয়স হল। পঞ্চল্লিশ

বছৰ বয়সত বিয়া কৰালো। যদি পিতৃ হঁও: ল'ৰা বা ছোৱালীৰ বয়স পোন্ধৰ বছৰ মান হওঁতেই মই মৰি থাকিম। যদিহে ষাঠি বছৰ বয়স পাওঁ। ভেজাল খাদ্য খাই আৰু পোন্ধৰ বছৰ মই জীয়াই নাথাকো হীৰা। পৃথিৱীখনকে ডাঙৰ ঘৰ বুলি ভাবিছো। মানুহবোৰ আমাৰ পৰিয়ালৰ মানুহ। তেতিয়া হলে অৰ্জুন জানো মোৰেই পুত্ৰ নহয়?

মই বেয়া পোৱা নাই ৰাজেন ককাইদেউ।

মই বেয়া পোৱা নাই বুজিছো। মই কবলৈ লোৱা বাকী কথাখিনি শুনিলে তই আৰু ভাল পাবলৈ যত্ন কৰিবি যেন পাইছো। শুন। ভাস্কৰৰ মাকক হস্পিটালত এৰি ইয়ালৈ দিবাকৰ আহিছিল। তই জানই টকাখিনি হাতত লৈও দিবাকৰে ভাস্কৰলৈ নপঠালে। সোমবাৰে অৰ্জুনলৈ চিঠি লিখাত মই বিবুদ্ধিত পৰিছো। অৰ্জুনৰ লিখা পঢ়া একো নাই। অৰ্জুনৰ ওপৰত ভৰষা কৰি ভাস্কৰ পঢ়িবলৈ গল। দিবাকৰে ভাস্কৰক ডাক্তৰ হোৱাটো নিবিচাৰে। সকলো ভাবি চিন্তি চিঠি পোৱাৰ দিনাই মই গুছি আহিলো। চাকৰি আৰু দোকান দুয়ো ফালে দৃষ্টি ৰাখিবলৈ মই লাইনৰ ঘৰ এৰি গুছি আহিলো। তাৰ পিছদিনাই কুন্তীয়ে পুতেকৰ খবৰ কৰিবলৈ আহিল। মোৰ জীৱনলৈ কুন্তী আহিব বুলি, কুন্তীক কাষ চপাই লবই লাগিব বুলি মোক যেন কোনোবাই কাণে কাণে কৈ গল ··· কুন্তীৰ লগত বিয়া হোৱা আজি মাত্ৰ পাঁচ দিন

ভাস্কৰ যাতে টকাৰ অভাবত পৰি গুছি আহিব লগা নহয় তাৰ কাৰণে মই সাৱধান হৈ পৰিছো। মাক জনীক দিবাকৰে পোহ পাল দি ভাস্কৰক বাহাছুৰি দেখুৱাব। মাজে মাজে যি পাৰ তই পঠাই থাকিবি।

কথাবোৰ শুনি হীৰামনি নীৰৱ হৈ পৰিল। তাই চকুলো মোহাৰি নবৌয়েকৰ কাষলৈ গুছি গল। অসমীয়া মানুহৰ দৰে কথা কওঁৱা কৰ পৰা অসমীয়া মানুহৰ মাজত ডাঙৰ হোৱা কুন্তীজনীক নবৌ বুলিবলৈ পাই তাই ব লাগি চাই থাকিল। সাঁত নম্বৰত তেতিয়া মাদল

বাজিছিল। বাঁহনীবাৰী বাগিছাত বহু পৰিবৰ্ত্তন হ'ল যদিও মাদলৰ চেও সলনি নহ'ল। সেইয়া জীৱনৰ সংস্কৃতি। আহিনৰ ফৰকাল বতৰত অলপ ঠাণ্ডা অলপ গৰমত তুবাটি মান লাওপানী খাই কোনোবা মঙ্গল আৰু বুধুৱাৰ নাচিছে। নাচক। বয়সৰ আচোঁৰ পৰিলে সকলোৱেই গহীন হ'বলৈ শিকে। ৰাজেনৰ মুখত মদৰ গোন্ধ নাই। ৰাজেনৰ মাতত বেদনা নাই। ৰাজেন গৃহস্থী হ'ল। ৰাজেনে অঙ্ক কৰি পাইছে। যদি ৪৫ বছৰেই হ'ল আৰু ভাৰতীয় মানুহৰ গড় হিচাবে পাবলগীয়া পোন্ধৰটা বছৰহে তাৰ হাতৰ মুঠিত আছেগৈ। যদি এবছৰৰ পিছতে সন্তান এটা জন্ম হয়, চৈধ্য বছৰ বয়সত সেই সন্তানৰ জানো সাংসাৰিক জ্ঞান থাকিব? এনে এটা সমাধানলৈ আহি ৰাজেনে কুন্তীক বিয়া কৰালে। ভাস্কৰে এদিন কৈছিল। ড্ৰাইভাৰ মানুহ বাটে পথে কিমান গাভৰুকেই বা নেদেখিছে। কোনে জানে ৰাজেনৰ মনটো ক'ত আবদ্ধ হৈ থাকে। সুধিম সুধিম বুলি ভাবি থাকোঁতেই ভাস্কৰে সুধিবলৈ নাপালে।

ভাস্কৰৰ আন এটা নাম যেন পৰিবৰ্ত্তন। ভাস্কৰ ডাক্তৰি পঢ়িব বুলি তাই কল্পনা কৰিব পৰা নাছিল। কথাবোৰ ভাবিলে সপোন সপোন লাগে। পিঠিৰ কোবটোতকৈ অন্তৰৰ কোবটোৱে মানুহক বেছি সাৱধান কৰি তোলে। বেচেৰা ভাস্কৰ। ছোৱালী দেখিলেই চৰিতাৰ্থ কৰিব খোজা ডেকাৰ লগত ভাস্কৰক তুলনা কৰিব নোৱাৰি। পৃথিৱীত যতমানে কাণ্ডবোৰ হৈছে পুৰুষৰ কাৰণেই ··· সীতাৰ হাতত ৰাৱণেই ধৰিছিল। শকুন্তলাক দুষ্মন্তই দেখাপাই আকৰ্ষিত হৈছিল আগ বাঢ়িছিল তৃষ্ণাতুৰ ৰাজন। পৃথ্বীৰাজে পদ্মিনীক ঘোৰাত তুলি লৈ গৈছিল। ৰাজেনে যিমান বুজনি দিয়েই নকওক কিয় ৷ ৰাজেনে নিঃসঙ্গ ঘৰৰ মজিয়াত কুন্তীক প্ৰথমে সাৱটি ধৰা কথাটো কল্পনা হ'লেও সত্য আৰু বাস্তৱ। নিঃসঙ্গ ঘৰত ৰাজেনে ৰাৱণৰ ভাও দিয়া নাছিল কোনে কব? আৰু ভাস্কৰ ···

ভাস্কৰ বেলেগ ধাতুৰে নিৰ্মিত এটা মানৱ পুতলা। ভাস্কৰক তাই

বহুত দিন বেয়া কথা শুনাইছিল। গোন্ধ পোৱা জোকটোৰ দৰে কাষ চাপি অহা ভাস্কৰৰ পৰা তাই আঁতৰি ফুৰিছিল। কেতিয়াবা গৰু মহৰ ঠেঙত লাগি ধৰা মহ জোকটোৰ দৰে সি তাইক সাবটি ধৰিছিল। মৰমৰ অক্টোপাছৰ কবলৰ পৰা তাই কৌশলেৰে আত্ম ৰক্ষা কৰি মাজ নিশালৈকে কথা পাতিছিল। অন্যায় হল। তাই ভুল কৰিলে। চৰাই পোৱালী এটাক টোপ খাবলৈ নিদি সজাত বান্ধি থোৱাৰ দৰে ভাস্কৰক তাই বন্দী কৰিছিল। নজৰ বন্দী। উন্মুক্ত স্তন যুগলত অনন্ত দুগ্ধৰ উৎস থকা স্বত্ত্বেও তাই তাক স্পৰ্শ কৰিবলৈ নিদিলে। ভাস্কৰে কেতিয়াবা গাখীৰ খোৱা লৰা এটাৰ দৰে তাইক কি খন যে নকৰে। মনত পৰিলে হাঁহি উঠি যায়। সেহাতে ভাল পাব নোৱাৰি; প্ৰথমে অন্তৰে অন্তৰে বুজা বুজি তাৰ পিছত হে ...

ভাস্কৰে বমুৱা ছোৱালী একনী বিয়া কৰোৱাতো একো বীৰত্বৰ কথা নহয়। বমুৱা ছোৱালী বাবু এটালৈ গুছি যোৱা কথাতো সহজ নহয়। নতুন কথা দাম্পত্য জীৱনৰ ভাতৰ মজিয়াখন। তাই যিখন মজিয়ালৈ যাব সেই খন মজিয়া এতিয়াও আন্ধাৰ হৈয়ে আছে। পোহৰলৈ অপেক্ষা কৰিছিল তাই। ভাস্কৰে জেদ ৰাখিবলৈ কিতাপ কাগজ চপাই লৈছিল। কিন্তু এই জেদ কাৰ লগত? দিবাকৰ নে হীৰামনিৰ কাৰণে সি জেদ ৰাখিছে? দিবকৰৰ লগত জেদ ৰাখি ভাস্কৰে সমাজ্বৰাল পতিৰে বংশ মৰ্য্যাদা জীয়াই ৰাখিবলৈ মেডিকেলত পঢ়িছে। ৰোগী চিকিৎসাৰ কাৰণে নহয়।

কথাবোৰ ভাবি থাকোতেই ভাত খাবৰ সময় হৈ পৰিছিল। তাই ভাত পানী খাই বিছনাত পৰোতে নিশা চাৰে দহ বাজিছিল। মাজনিশা বাজেন আৰু কুস্তীয়ে গুণ গুণ কৈ কথা পাতিছিল। তাই উচুপি উচুপি গাৰুটোত মুখখন গোঁজা মাৰি, প্ৰকাশ পাবলৈ ব্যাকুল হৈ পৰা আন্তৰিক বেদনাবোৰ হেঁচি ধৰোতে সাত নম্বৰত মাদলৰ চেও বেসুৰা হৈ পৰিছিল।

নিশাটো পাৰহৈ গল। ৰাতিপুৱা তাই গাটো ধুই চাহ জলপান

খালে। প্ৰথম খন বাচতেই তাই ডিব্ৰুগড়লৈ গুছি আহিল। অস্থায়ী বাহৰটোত সোমাই তাই নিঃসঙ্গ অনুভৱ কৰিলে। আইনাখনত মুখখন দেখি বেয়া লাগিল। ননত বেজাৰ লাগিলে মানুহৰ মুখখন যে কেনেকুৱা হৈ নপৰে। তাই বেদনাবোৰ খেদিবলৈ হাঁহি দিলে।

ব্যস্ততাৰে চাউল এমুঠি উতলাই আলুভাজিৰে ভাত দুটামান খাই তাই অফিছলৈ গুছি গল। অফিছত তাইৰ চকীখনৰ বিপৰীতে ধুনীয়া ছোৱালী এজনী দেখি কাষ চাপি গল। পাখিৰ ব্ৰাচ টোৰে চকিখন চাফ কৰি তাই বহিল। আগন্তুকৰ চকুলৈ চাই সুধিলে।

কিবা কাম আছে নেকি আপোনাৰ?

তাই ভবাৰ দৰে নহল। হীৰামনিয়ে ভাবিছিল। মহিলা সমিতি চুমিতিৰ কোনোবা সম্পাদীকা আহিছে ডিৰেক্টৰৰ অনুমতি বিচাৰি। টকা সংগ্ৰহ কৰিব নাইবা সভা সমিতি পাতিব। কিন্তু নহয়। এইয়া তাইৰ জীৱন নাটৰ আন এটা চৰিত্ৰ। স্বপ্না সন্দিকৈয়ে হীৰামনিক দিবাকৰৰ লগত দেখিছিল। সেয়েহে ৰহস্যৰ ওহ বিচাৰি অফিছলৈ আহিছিল

॥ ওঁঠৰ ॥

মাৰ্ঘেৰিটাৰ কয়লা নগৰী। চামে চামে মানুহ আহে যায়। চিফটৰ চাকৰি। দুখন বজাৰ; দুটা দৰ দুবিধ বঙলা মাটি আৰু চাওত। গাত চাদৰ নহলেও জীয়াই থাকিব পৰা অসমীয়া মেম চাহাব থকা পাহাৰৰ বঙলা বোৰলৈ সৰু সৰু মানুহ নাযায়। সমতলৰ বস্তাহৰ লগত সেইচাম মানুহৰ সম্বন্ধ নাথাকে।

সেইদিনা বজাৰত স্বপ্না সন্দিকৈক কাষতে পাই মাত নমতাত তাইৰ খং উঠিল। তায়ে মাত দিলে।

কি হল তোমাৰ? মোক ইমান সোনকালে পাহৰি পেলালা কিয়?

ক'তা পাহৰাতো নাই। মই ব্যস্ত। ঘৰত মোৰ বেমাৰী মা আছে, তুমিতো নজনা নহয়। অথচ ...

বাক সেইবোৰ বাদ দিয়া, আজি ডুলিয়াজানলৈ যাবা নেকি ?

কেতিয়া ?

বজাৰ পৰা এতিয়াই আহাঁগৈ। তোমাৰ গাড়ীতে যাম। সি আহিম বুলি আঁতৰি গুচি গল। মাকৰ চিকিৎসাৰ দিনৰে পৰা স্বপ্না সন্দিকৈৰ লগত দিবাকৰৰ ঘনিষ্ঠতা কমি আহিছিল। কমিছে মানে কমাই দিছে। কমি অহাৰ কাৰণ চিঠিখন। দিবাকৰৰ মাক অহাৰ দিনাই সংগ্ৰহ কৰা চিঠিখনে তাইৰ জীৱনলৈ ধুমুহা আনিছিল।

যোৰহাটৰ পৰা আহোঁতে দেউতাকৰ গাড়ীখনৰ চকা বাষ্ট হৈছিল। দিবাকৰে স্পেয়াৰ টো দি সহায় কৰিছিল। কিন্তু কৰ পৰা আহিছা বুলিও সি মাত এটা দিয়া নাছিল। কথাবোৰ ভাবি থাকোতেই দিবাকৰ ওলাই আহিছিল। গাই উঠি বহাত সি গাড়ীখন চলাই দিলে। চলন্ত মটৰত কলে।

মোৰ মাৰ অসুখ ভাললৈ আহিছে স্বপ্না। মা থকাৰ কাৰণেই তুমি যোৱা নাই। মই ব্যস্ত স্বপ্না। ভাবিছিলো মাক ভাস্কৰৰ তালৈ পঠাই দিম। কিন্তু মাক মোৰ লগতেই ৰাখিব লগা হল। মোৰ ভাই ভাস্কৰে গুৱাহাটী মেডিকেল কলেজত এডমিশ্বন ললে। গতিকে কি কৰিম। মাক কথাটো এদিন সুধিম বুলিও সুধিব পৰা নাই।

আহোম মানুহৰ ছোৱালী একনীৰ কথা নোসোধাই ভাল। তুমি ভয় কৰিছা।

ভয় নহয়। এঁ ভয়েই বুলি ধৰাচোন। মোৰ মা খুব দুৰ্ব্বল। এই অসুখীয়া মানুহ গৰাকীক তেনে এটা প্ৰশ্ন কৰিলে নিশ্চয় অন্যায় কৰা হব। মাৰ অসুখ বেছি হৈ যাব পাৰে। হয়তো মায়ে হাৰ্টফেইল কৰিব পাৰে।

তুমি বিয়া কেতিয়া পাতিবা ?

তেনেকৈ কিয় সুধিছা ? মই কাৰ লগত বিয়া পাতিম ? তোমাৰ

লগত দিন বোৰ এইদৰে পাৰ কৰি মই আৰু অন্য কাৰো লগতে বিয়াৰ কথা ভাবিবলৈ অৱকাশ পোৱা নাই স্বপ্না।

মই কি কৰিম কোঁৱা। ভনীজুজনীৰ বিয়া পাতিব লাগে বুলি দেউতাই মোক কিবা এটা সিদ্ধান্তলৈ আহিবলৈ কৈছে। আশী হাজাৰ টকা মোৰ বিছনাত দি যোৱা পৰহি কৈ দিলে। তোক দিবলগীয়া মোৰ ঋণ দি দিছো। তোৰ কথা আজিৰ পৰা মই ভাবিব নোৱাৰিম। গতিকে আমি মিলি যাওঁ। মানে মই তোমাৰ বঙলাতে থকাৰ কথা ভাবিছো।

মা থাকোতে নহব স্বপ্না।

তুমিয়ে ক'লা মাক কলৈকো পঠাব নোৱাৰা বুলি।

মাৰ মৃত্যুলৈ অপেক্ষা কৰা স্বপ্না।

কোনে মাৰদাৰ কৰিব ?

স্বপ্না! সি জোৰেৰে চিঞৰি উঠিল।

অঁতো। মাৰ-দাৰ নকৰিলে তোমাৰ মাৰ মৃত্যু হব কেনেকৈ ? তুমি বুজাই নিদিয়া কিয় ?

মোক ক্ষমা কৰা স্বপ্না। তুমি যদি অপেক্ষা কৰিব নোৱাৰা আন ফালেই কিবা এটা কৰাগৈ।

অপেক্ষা কৰিম। মই এম এ পঢ়িম। কিন্তু বছৰটোৰ ভিতৰতে তুমি বিয়া পাতিব লাগিব।

বিয়া পাতিবলৈ কিবা বাকী আছে জানো ?

তেনেহলে একেলগে থকাত বাধা দিছা কিয় ?

দিবাকৰে হাঁহিলে। তাৰ মুখত হাঁহি দেখি তাইৰো হিয়া মন আনন্দৰে ভৰি পৰিল। ডুলিয়া জানত ৰাস্তাতে চকৰ দি সিহঁত ঘূৰি আহিল।

এটা কথা নহয়, মই জানিবা তুমি কোৱাৰ দৰে কোনোবা এজনক বিয়া কৰালো, তুমি কাক বিয়া কৰিবা ? ছোৱালী চাগৈ দেখিছাই। ৰবৰা, গীতা, হীৰা···

দিবাকৰ আচৰিত হ'ল। ইতিমধ্যে গাড়ীখন স্বপ্নাইৰ্তৰ ঘৰৰ সন্মুখত ৰৈছিল। তাই নামি গুচি গল। দিবাকৰ নিজা বঙলা পালেহি। চন্দ্ৰমা কিতাপ পঢ়াত ব্যস্ত। মাকে ভাত ৰান্ধিছে। দিবাকৰ ঘৰ সোমাই কাপোৰ সলালে। মুখ হাত ধুই বিছনা খনতে বাগৰি থাকিল। ৰামানন্দই চাহ একাপ দি আক কিবা খাব নেকি বুলি সোধাত সি নাখাও বুলি কলে। ৰবযালৈ মনত পৰিল তাৰ। ৰবযাই সক ছোৱালীৰ দৰে লেনিয়াই কথা কৈ তাক আপোন কৰি পেলাইছিল। কিন্তু আৰম্ভণিতে কেৰোণ লাগি গল। প্ৰতাপ দাসৰ লগত তাইৰ সম্পৰ্ক কেনেকুৱা? সি যাব কেনেকৈ? সেইদৰে সাৱধান কৰি দিয়াৰ পিছত সি যাবনে নাযায়? স্বপ্নাৰ কথা জানিব পাৰিলে ৰবযাৰ মাক দেউতাকে তাৰ চৰিত্ৰ বেয়া বুলি মন্তব্য দিব। কিন্তু তাইৰ মাক বাপেকে ৰবযাৰ চৰিত্ৰৰ কথা জানেনে নাজানে? বোধ হয় জানিও নাজানে। তাৰ মাকৰ দৰে ৰবযাৰ মাক বাপেকেও জাতৰ ল'ৰা এটা বিচাৰিছে। ৰবযাৰ চৰিত্ৰ বেয়া হ'লেও বামুণৰ ছোৱালী। ৰবযাক বিয়া কৰালে মাকক সদায় পাব। ঠিক আছে সি ৰবযাকে বিয়া কৰাব।

কথাবোৰ ভাবি থাকোতেই মাকে ভাত খাবলৈ মাতিলে। সি ভাত পানী খাই পুনৰ কোঠাত সোমালগৈ। খোৱা বাচন বৰ্তনবোৰ ৰামানন্দক দি দিবাকৰৰ মাক শোৱা কোঠাত সোমালগৈ। মাকক হস্পিটালৰপৰা আনিয়েবেলেগ কোঠা এটা দিছিল। বিছনাত পৰি মাকে ভাস্কৰৰ চিঠিখনৰ কথা ভাবিলে। ভাস্কৰে এইখনেই প্ৰথম চিঠি দিছে। চিঠিখন দিবাকৰৰ নামতে মাকলৈ দিছিল। চিঠিখন মাকৰ হাতত নপৰা হলে মস্কিল আছিল। অনিতাই চিঠিখন পঢ়ি গল।

কলিৰ ককাই ভাই কেতিয়াও একেলগে থাকিব নোৱাৰিব মা। একজনে প্ৰাণ দি ভাল পালেও প্ৰতিদান দিওঁতা নাই। মই মেট্ৰিক ফেইল কৰি দ্বিতীয়বাৰ পৰীক্ষা নিদিলো। চাইকেল দোকানখন খোলাৰ লগে লগে জীৱনত পঢ়া শুনা নহব বুলি ভাবিছিলো। লোকৰ পুৰণি চাইকেল মেৰামতি কৰি দাদাকে ইঞ্জিনিয়াৰ কৰিলো। ঘৰৰ বিপদ

বিধিনিষেধবোৰৰ কথা তাক জনোৱা হলে হয়তো সি উন্নতি কৰিব নোৱাৰিলেহেঁতেন।

ৰাজেনৰ পৰা চিঠি পাই জানিলো, তোমাৰ গেষ্ট্ৰিক অপাৰেশ্বন হৈ গল। বৰ্ত্তমান তুমি তাৰ বঙলাতে আছাগৈ। তুমি জানানে নাজানা কব নোৱাৰো। অৰ্জুনে দাদাৰ হাতত মোলৈ পঠাবলৈ ৩৫০ টা টকা দিছিল। সি নপঠালে। বৰ মানুহ হল, সি কালাচাহাব ইঞ্জিনিয়াৰ। অৰ্জুনে টকা কেইটা তাৰ হাতত দিয়াত সি লাজ পালে ছাগৈ। ঠিক আছে মোলৈ সি টকা পঠাব নালাগে। ৰাজেনে অৰ্জুনৰ বিধবা মাকক বিয়া কৰাই আমাৰ দোকানতে থাকিবলৈ লৈছে। মোলৈ সিহঁতে টকা পঠাই আছে। হীৰামনিৰ পৰা চিঠি এখন পাইছিলো। সেই চিঠিত তুমি দাদাৰ লগতে আছা বুলি জানিব পাৰিছো। মই নোযোৱালৈকে তাৰ লগতে থাকা। চন্দ্ৰমাক পঢ়া শুনাৰ যত্ন লবা। বিশেষ নাই ...

চিঠিখন দিবাকৰক দেখুৱাটো উচিৎ নহব বুলি অনিতাই ভাঁজে ভাঁজে জাপি গাৰুৰ তলত থৈ দিলে। বিছনাত পৰিল অনিতা। বাওঁহাতে ঘূৰি চন্দ্ৰমাৰ পিঠিত হাত দি অনিতাৰ বুকুখন কঁপি উঠিল। এইজনী দেখোন বৰ এজনী হল। যোৱা আহিনৰ সাত তাৰিখে সাত বছৰ উকলি গল। জাতিলাউ বঢ়াদি বাঢ়ি অহা ছোৱালীজনীৰ অৱস্থা কি হব বাৰু? ককাই ভাইৰ উন্নতি সকলোৱে কামনা কৰে। দিবাকৰে টকা নপঠালে কিয়? পাহৰিলে নেকি? পাহৰিব কিয়? ভাস্কৰকেই যদি এনে ব্যৱহাৰ কৰিছে সি চন্দ্ৰমাক পঢ়াই শুনাই বিয়া দিব বুলি ভাবিব পাৰিনে?

আঠুৱাখন দাঙি দুৱাৰখন খুলি অনিতা বাহিৰলৈ ওলাই আহিল। আন্ধাৰত ফুলনিৰ মাজত মানুহ এহাল দেখি অনিতা পিচুৱাই আহিল। সেই নাচনী জনীৰ লগত দিবাকৰে কথা পাতিছে। তাইৰ ঘৰ নিশ্চয় কাষতে। দিনত নাহি তাই নিশা আহিবলৈ ধৰিছে।

অনিতাই কপালত হাতখন দি চকীখনত বহি ভাবিলে। তেতিয়া হলে সি স্বপ্নাক পাহৰি যোৱা নাই। অনিতাৰ বুকুত বেদনাৰ জুই জ্বলি

উঠিল। ভাস্কৰ তই কিয় গুছি গলি? বাইনী বাৰী চাহ বাগিছাৰ চাইকেল দোকানৰ সৰু ঘৰটো বৰ ভাল আছিল। পবিত্ৰ আছিল। কিয় ওলাই আহিছিল তাই? এক্সৰে ফটোখন কিয় দেখুৱাইছিল। চিকিৎসাৰ কাৰণেই তাই দিবাকৰৰ হাতত বন্দী হল। ওলাই যাব কলৈ। ৰাজেনৰ পৰিয়ালটোৰ লগত কেনেকৈ থাকিবগৈ? কিন্তু এইদৰে তাই কেতিয়াও বন্দী হৈ নাথাকে। এইখন বেশ্যালয়। ইয়াত বিধবাৰ স্থান নাই। আত্মহত্যা কৰি হলেও এই নৰক গহ্বৰৰপৰা আঁতৰি যাব তাই। অনিতা থপকৰে থিয় হল··· নেটৰ আঁঠুৰাখনৰ ভিতৰত চন্দ্ৰমাৰ পূৰ্ণিমাৰ জোনৰ দৰে মুখখন দেখি অনিতা জীয়েকৰ কাষ চাপি গল। ঢাকি থোৱা গাখীৰ গিলাচ কট কটকৈ পি তাই ভাবিলে বেদনা সাগৰত সাতুৰি নাদুৰি তাই চন্দ্ৰমাৰ কাৰণেই জীয়াই থাকিব লাগিব।

## ॥ উনৈশ ॥

মিটিৰ কুটুম বন্ধু বৰ্গ, আপোন মানুহ আৰু প্ৰতিবেশীৰ চকুত ধূলি মাৰি দিবাকৰে বিয়া পাতিলে। বছেৰেকীয়া ছুটীত স্বপ্না সন্দিকৈ মাক দেউতাকৰ লগত দক্ষিণ ভাৰতত ফুৰিবলৈ যাওঁতেই কামাখ্যাত বিয়াখন হৈ গল। ফুৰিবলৈ যোৱাৰ ছলেৰে উকীল জগত বৰুৱাই জীয়েক ৰৰষাক লৈ গুৱাহাটী পাইছিলগৈ। কামাখ্যাৰ জগন্নাথ পাণ্ডাৰ ঘৰত থাকি আহিনৰ ২৭ তাৰিখে বিয়া পাতিলে। নিশাৰ ভিতৰতে যোৰহাট অতিক্ৰম কৰি দিবাকৰে নকন্যা ৰৰষাক ৰঙলাৰ ফুলাম কাৰ্পেটৰ ওপৰত মেলি দিলেহি।

ৰৰষা বোৱাৰী হৈ আহিল। দিবাকৰে ছুটীৰ দিন কেইটা ভিতৰতে সোমাই থাকিল। নকন্যাৰ লাৰণি মুখ বন দেখি আপোন পাহৰা হল। বাহিৰলৈ সি নোযোৱা হল। স্বপ্না সন্দিকৈ দক্ষিণ ভাৰতলৈ নোযোৱা হলে ৰৰষাক বিয়া কৰোৱা মস্কিল আছিল।

বিয়াৰ তিনি দিনৰ পিছত সন্ধিয়া গাড়ী এখন বৈ গলহি। গাড়ীৰ মাত শুনি কেনেবাকৈ প্ৰতাপ দাস আহিল বুলি উভয়েই সিঁয়ৰি উঠিল। দিবাকৰৰ মাক ওলাই গল। হীৰামনি গাড়ীখনৰপৰা নামি আহিল। হীৰামনিক বহিবলৈ দি ভাল নে বুলি সুধি অনিতাই দুই- এটা কথা পাতি, কথাৰ মাজতে কলে।

মোৰ বেমাৰৰ খবৰ লবলৈ আহি ভালেই কৰিলা। বোৱাৰীও চাই যাব পাৰিবা।

বোৱাৰী, বৰ ভাল কথা। নবৌক বোধ হয় মই চিনিও পাম।

পাণ বটা এটাত মিঠা চুফাৰি ছুট্‌কুৰামান লৈ বৰষা ওলাই আহিল। এইজনী দেখোন স্বপ্না সন্দিকৈ নহয়। মাকে সুধিলে।

চিনি পাইছা নেকি হীৰামনি ?

নাই পোৱা।

তাই চুফাৰি এটুকুৰা হাতত লৈ কলে।

মই এখেত সকলৰ একো নহয় নবৌ। মই মজদুৰ ছোৱালীহে। আমি বগানত একেলগে আছিলো।

অঁ ব্যাক বহাঁ ম্যাই চাহ আন্থোগৈ ...

চন্দ্ৰমাই হাঁহিলে। চন্দ্ৰমাই কিয় হাঁহিলে হীৰামনিয়ে বুজিব পাৰি তাইৰ হাতখনত ধৰি মৰম কৰিলে। বৰষাই হীৰামনিক খোৱা মেজলৈ মাতি নিলেহি। তাই মিঠাইৰ প্লেত খনৰপৰা সন্দেশ এটা তুলি কলে।

ইমান বোৰ নাখাও নবৌ।

মিঠাইৰ প্লেতখন লৈ বৰষা আঁতৰি গল। দুই এটা কথা পাতি হীৰামনি বিদায় লৈ ওলাই আহিল। অনিতাই বিয়াখন স্বপ্না নোহোৱা অৱস্থাত কেনেকৈ কামাখ্যাত হৈ গল সকলো কলে। হীৰামনিয়ে মাকক নমস্কাৰ জনাই গাড়ীত উঠিল।

ডি চি অফিচৰ বৰবাবুৰ গাড়ী সেইখন। মাৰ্ঘেৰিটাৰ থাৰ মাললৈ অহা গাড়ীখনতে তাই গুছি আহিছিল। পিছদিনা নিশা নাইট

চুপাৰত হীৰামনি গুৱাহাটীলৈ যোৱাৰ কথা। ভাস্কৰৰ মাকৰ খবৰ লবলৈকে তাই গৈছিল। ড্ৰাইভাৰ ৰহমান চাচাক নোপোৱা হলেও তাই বাচতে গৈ খবৰটো ললেহেতেন। ভাস্কৰৰ মাকৰ খবৰ লবলৈ গৈ বোৱাৰী জনীও দেখি আহিল। দহ বাজিবলৈ পোন্ধৰ মিনিট মান থাকোতেই তাই ডিব্ৰুগড় পালেহি।

নিশা ভাত ৰান্ধি খোৱাটো এটা সমস্যা। কাপোৰ নোখোলাকৈয়ে তাই চচপেনৰ ঢাকনিখন দাঙি চালে ভাত আছেই। কণী এটাৰ আমলেট ভাজি ভাত দুটামান খাই শুই থকাৰ আশাৰে তাই কাপোৰ সলালে।

ভাত পানী খোৱাৰ পিছত তাই বাচন বৰ্ত্তন মজিয়াতে এৰি শুই থাকিল। বিছনাত বাগৰি দিয়াৰ লগে লগে তাই টোপনিত কব নোৱাৰা হৈ পৰিল। এনে কাতিয়ে শুই থাকি ৰাতিপুৱা তাই সাৰ পালে। ঘড়ীৰ কাটাৰ নিৰ্দ্দেশক্ৰমে তাই ঘূৰি ঘূৰি এটা সময়ত অফিছলৈ ওলাই গুচি গল। দহ দিনৰ ছুটীত হীৰামনি গুৱাহাটী লৈ যাব। অফিছৰ পিয়নটোৱে টিকেট এখন আনি দিলেহি। গুৱাহাটীলৈ তাই প্ৰথম যাব। বাছ ষ্টেছনতে ভাস্কৰে লগ ধৰাৰ কথা। অফিছৰ কামৰ ব্যস্ততাৰ মাজেদি দিনটো পাৰ হৈ গল। তাই ঘৰলৈ ঘূৰি আহিল। বয় বস্তুবোৰ যোগাৰ কৰি লওঁতেই সময় আগ বাঢ়িল। নিশা চাৰে আঠটাৰ বাছখনত যাবলৈ তাই চৌকিডিঙ্গি বাছষ্টেছনলৈ গুচি গল। থিয় হৈ থকা বাছ খনৰ এঘাৰ নম্বৰ চিট টোত তাই বহিল। নিশাৰ বাচৰ যাত্ৰী বোৰ কেনেবা কেনেবা লাগিল। চিটটো পিছলৈ হাওলাই তাই বহি থাকিল। দহ নম্বৰ চিটটোত কোনোবা মাইকী মানুহ এগৰাকী উঠাত তাইৰ ভাল লাগিল। মানুহ গৰাকীও গুৱাহাটীৰে যাত্ৰী বাচখন চলি যোৱাৰ লগে লগে তাই ভগৱানক স্মৰণ কৰিলে। কাষৰ মাইকী মানুহ গৰাকীৰ ভেমটো দেখি হীৰামনিৰ হাঁহি উঠিল। খোপাটো গলধনলৈ পেলাই সম্মুখলৈ চাই থাকিল। মনতে বিভিন্ন কথা ভাবি তাই বহি থাকিল। শিৱ সাগৰ পাৰ হোৱাৰ

লগে লগে তাই টোপনিত কব নোৱাৰা হল। নগাঁৱত সাৰ পাই তাই চকু মোহাৰি চুইট কেছটো চাইছিল। পাহাৰী কন্যাৰ ডিঙিৰ মনিধাৰৰ দৰে বাচখনৰ মাজত খ্ৰীফকেছ চুইট কেছৰ এধাৰ মালা হৈ আছে। মানুহ বোৰ নামি যোৱাত তাইও নামি গল। মুখখন ধুই চাহ একাপ খাই পুনৰ বাচত বহিলহি। মানুহ গৰাকী আগৰ দৰেই বহি থাকিল।

বাচ পুনৰ চলিবলৈ ধৰিলে। সাতটা পঞ্চলিচত বাচখন গুৱাহাটী পালেগৈ। হীৰামনি চুইটকেছটো লৈ নামি আহিল। তাই ইফালে সিফালে চাই চাই ভাস্কৰক নেদেখি কপিবলৈ ধৰিলে। ভাস্কৰ নাহিল কিয়। জন সমুদ্ৰত তাই কাক ক'ত বিচাৰী পাবগৈ? চিঠি দি বাছ ষ্টেছনত উপস্থিত থাকিম বুলি জনোৱাৰ পিচত ভাস্কৰ নাহিল কিয়? তাইৰ খুব ভয় লাগিছিল। কি কৰিব কি নকৰিব ভাবি থাকোতেই দুজন যুবক কাষ চাপি আহিল চকুলৈ চাই সুধিলে।

আপুনি ডিব্ৰুগড়ৰপৰা আহিছে নহয়?

কিয় সুধিলে?

কাৰণ আছে, আমাক ভাস্কৰে পঠাইছে।

ভাস্কৰে! আপোনালোক কোন?

ভাস্কৰৰ ৰুমমেট।

ভাস্কৰ নাহিল কিয়?

সেইবোৰ বহুত কথা, আহক আমাৰ লগত আহক। সিহঁতৰ এজনে চুইটকেছটো দাঙি ধৰিলে। যুৱক দুজনৰ পিছে পিছে তাই গাইৰ পিছত পোৱালি যোৱাদি গৈ থাকিল। ভাস্কৰৰ কথা সুধিবলৈ তাই জোৰেৰে খোজ দিলে। সিহঁত দুজন অটো ৰিক্সাখনত উঠিল তাইক উঠিবলৈ কোৱাত তাই অসস্তি বোধ কৰিলে। অবশেষত সো ভৰিটো দাঙোতেই পিছফালৰ পৰা ভাস্কৰে চিঞৰি দিলে হীৰামনি তুমি নুঠিবা।

চিঞৰ শুনি হীৰামনি কঁপিবলৈ ধৰিলে। চুইটকেছটো এৰি যুৱক দুজন জন সমুদ্ৰত হেৰাই গল। ভাস্কৰে অটো চালকক প্ৰশ্ন

কৰিলে।

সিহঁত কোন?

নাজানো। তিনিজন উঠিব পৰা আসনত তিনিজনেই যাত্ৰী পাইছিলো। মইনো কোনে কাক বিচাৰিছে কেনেকৈ সুধিম? আপোনাৰ উপস্থিতিয়ে মোক আচৰিত কৰিলে।

বাক ব'লক আমাক জু ৰোদত থৈ আহকগৈ।

সিহঁত উঠাৰ লগে লগে অটোখন চলি গল। জু ৰোদত নিৰ্দ্দিষ্ট ঠাইত সিহঁত নামিল। ভাড়াটো দিয়াৰ লগে লগে চালকজনে কলে।

ক্ষমা কৰিব। মোক ভাড়া নালাগে। ইজনে সিজনক লগ পোৱাটো ক্ষন্তেক পলম হোৱা হলে মই ডাঙৰ জেমেলাত পৰিলো হেতেন। বাক আহিলো।

অটো চালক জনলৈ বেয়া লাগিল হীৰামনিৰ। সিহঁত হুয়ো ডাঃ আনন্দ আগৰৱলাৰ ফ্লেট টোলৈ সোমাই গল। নৱ বিবাহিত ডাক্তৰ দম্পতীৰ ফ্লেট টোৰ এটা পাৰ্টিত দুজন মেডিকেল ছাত্ৰ থাকে। সোমাই যোৱাৰ লগে লগে নিৰ্ম্মল মিলিয়ে মাত দিলে।

বাছখন আহি পোৱাত পলম হৈছিল নেকি ভাস্কৰ?

আৰে ভাই নকবি; বহা হীৰা বিছনাখনতে বহঁা। এওঁ মোৰ ৰুমমেট নিৰ্ম্মল মিলি। চিচিবৰ মুখত ঘৰ।

নমস্কাৰ।

মিলিয়ে প্ৰতি নমস্কাৰ জনাই পাক ঘৰলৈ সোমাই গল। হীৰামনিয়ে হাত মুখ ধুই মুখখন মচিলে। নিৰ্ম্মল মিলিয়ে ল'ৰ ছুটকুৰা মানৰ সৈতে চাহ একাপ দিলেহি।

চাহ খাব দেই।

ভাল বাক,। হীৰামনিয়ে কলে।

তই খাবি নেকি ভাস্কৰ?

আন।

ভাস্কৰৰ হাতত চাহ কাপ দি নিৰ্ম্মল আঁতৰি গল। সেইদিনা দেওবাৰ।

সিহঁত ঘৰতেই থাকিব। ডাঃ আগৰৱালাক হীৰামনিৰ সম্পৰ্কে সকলো কথা কোৱা হৈছিল। পঢ়া শুনাত যাতে বাধা নাহে তাৰ কাৰণে সাৱধান কৰি হীৰামনিক আনিবলৈ কৈছিল। নিৰ্ম্মল মিলি পুলিচ বিষয়া এজনৰ লৰা। স্কুটাৰ আছে। স্বাধীন ভাবে থাকিবলৈ ভাল পোৱা মিছিং ডেকা মিলিয়ে ডাক্তৰৰ আশ্ৰয় লৈছিল। অৱস্থা বেয়া কাৰণেই হোষ্টেলত নাথাকি ভাস্কৰে মিলিৰ লগ লৈছিল। নিৰ্ম্মলৰ স্কুটাৰতেই ভাস্কৰ কলেজলৈ অহা যোৱা কৰে। দিনত কেনটিনত নিশা মেছত খাই সিহঁতে দিনবোৰ পাৰ কৰি দিছে।

সেই দিনা ডুপৰীয়া নব দম্পতীটো এৰি নিৰ্ম্মল মিলি উত্তৰ গুৱাহাটীলৈ গুচি গল। হীৰামনিৰ নিৰ্ম্মল মিলিলৈ লাজ লাগিছিল। কিন্তু মিলিৰ কথা বতৰা ব্যৱহাৰত আপোন আপোন লাগিল। ডুপৰীয়া ভাত পানী খাই দুয়ো-দুখন বিছনাত পৰি কথা পাতিবলৈ ধৰিলে। কিন্তু কথা পতা নহল। ক্লান্ত হীৰামনি টোপনিত কব নোৱাৰা হৈ পৰিল।

## ॥ বিশ ॥

শুই থকা হীৰামনিৰ মুখ খনলৈ সি চাই থাকিল। নিশাৰ বাছত আহি বেচেৰী ভাগৰি পৰিছে। তাৰ উপদেষ্টা ভাগ্য নিয়ন্ত্ৰা, মাতৃ স্বৰূপা হীৰামনি শুই থাকিল। সি কাষৰ আনটো পাৰ্টত থকা ডাক্তৰ দম্পতীক লগ ধৰিলেগৈ।

কি খবৰ মিঃ ফুকন।

ভালেই চাৰ।

আজি তোমাৰ অতিথি অহাৰ কথা আছিল নহয়।

আহিল চাৰ।

আহিল।

হয়।

তেন্তে তুমি ইয়াত। হেৰা দূৰ্গা শুনিছানে? মিষ্টেৰ ফুকন আহিছে।

আহিল নেকি; মাতকচোন আমাৰ ইয়ালৈ।

আহিব বাইদেউ তেওঁ শুই পৰিছে।

নাইট বাছত আহিল নহয়? ডাক্তৰ পত্নীয়ে সুধিলে।

হয়, বাইদেউ।

সি ডাক্তৰৰ কাষৰ পৰা নিজৰ কমলৈ গুছি আহিল। তাই সাৰ পাইছিল। বিছনাখনতে বহি দীঘল চুলিটাৰ আঁচুৰি নবন্ধাকৈ পিঠিত এৰি দিলে। সি আহি নিৰ্ম্মলৰ বিছনাখনত বহি কলে।

মোৰেই ভুল হীৰামণি।

কিহৰ ভুলৰ কথা কৈছে আপুনি?

কথা দিও বাছখন পোৱাৰ আগতে মই যাব নোৱাৰিলো। গুৱাহাটীত তেনে দুষ্ট মানুহ আছেই। তোমাৰ ভাগ্য ভাল কাৰণেই শেষ মুহূৰ্ত্তত পাইছিলোগৈ।

সিহঁতে আপোনাৰ নাম কোৱাত মই আপত্তি উঠাই লৈছিলো। একনে চুইট কেছটো দাঙি লোৱাত মই পিছে পিছে গৈছিলো। সিহঁতে আপোনাৰ নাম জানিলে কেনেকৈ?

কোনোবা চিনাকী গুণ্ডা হব পাৰে। বাদ দিয়া সেইবোৰ। এতিয়া অন্য কথা পাতা।

হীৰামনিয়ে প্ৰায়বোৰ কথাকেই চিঠিত লিখিছিল। মাৰ্ঘেৰিটালৈ গৈ মাকৰ খবৰ লৈ আহিছে বুলি কোৱাত ভাস্কৰৰ বৰ ভাল লাগিল। গাকটোৰ তলেদি হাত ভুখন সুমুৱাই ঠুটৰি টোবে ভেজা দি সুধিলে।

চন্দ্ৰমাই পঢ়া শুনা কৰিছেনে? তাই নথকা হলে মা জনী বৰ অকল শৰিয়া হলেহেতেন।

কিন্তু বোৱাৰী জনী আছে নহয়।

বোৱাৰী। ক'ব বোৱাৰী। ভাস্কৰ আচৰিত হৈ বিছনাখনত বহি পৰিল।

আপোনাৰ দাদাই বিয়া কৰালে।

বিয়া কৰালে ! বাগনৰ ছোৱালীজনীক বিয়া কৰালে নে কি ?

স্বপ্না সন্দিকৈ নহয় ।

তেন্তে কোন ?

বৰষা, যোৰহাটৰ ছোৱালী ।

মৌন হৈ পৰিল ভাস্কৰ । হীৰামণিৰ চকুলৈ চাই সি তলমূৰ কৰিলে । টপ্ টপ্ কৈ নিয়ৰ সৰাদি চকুলো পৰিবলৈ ধৰিলে । হীৰামণিৰ সন্মুখত সি প্ৰথম বাৰলৈ কান্দিলে । কান্দি কান্দি কলে ।

সি মোক বিয়া খনলৈ নামাতিলে । ভাবিছিলো পঢ়া শুনাত বাধা আহে বুলি ভাবিয়েই সি মোক অপাৰেশ্যনৰ কথা জনোৱা নাছিল ।
কিন্তু বিয়াত খবৰ নিদিলে কিয় ?

ভাস্কৰে কপালত হাতখন দি ভাবিলে । বি এ পাছ কৰি আহি সি তাৰ পতনৰ কথা ভাবি দুখ কৰি দেখুৱাইছিল । তাৰ চাকৰিটো হৈ যোৱাৰ লগে লগে সি সলনি হৈ গল । বংশ মৰ্য্যাদাৰ কথা পাহৰি সি স্বপ্নাক লগত লৈ বাঁহনীবাৰী ওলাইছিলহি । সেই দিনা তাৰ লগত মোৰ তৰ্ক হৈছিল । ঘৰৰ পৰা ওলাই যোৱাৰ পিছৰে পৰা মোৰ লগত দেখা দেখি নহল ।

এই দৃশ্য মায়ে কেনেকৈ চাই হীৰামণি ?

মাৰ প্লেন মতেই বিয়া খন হৈ গল ।

মাৰ প্লেন মানে ?

জগত বৰুৱা উকীলৰ ছোৱালী বৰষাক মায়ে পচন্দ কৰিছিল । মাৰ অনুৰোধত বৰষাক বিয়া কৰাবলৈ সন্মত হ'ল । ইতিমধ্যে স্বপ্না সন্দিকৈ মাক দেউতাকৰ লগত দক্ষিণ ভাৰতলৈ ভ্ৰমণ কৰিবলৈ ওলাল । সেই ছেগতে কামাখ্যাত বিয়া হৈ গ'ল ।

বুজিছো । মায়ে জাত বিচাৰিলে । কিন্তু মোকটো খবৰ এটা দিব লাগিছিল । মইতো বিমাতা নন্দন নহয় । বৰষাক মই দেখিছিলো । মনত ভালকৈ নপৰে । তুমি কেনেকুৱা পালা বাৰু ?

এই প্ৰশ্নত হীৰামনিয়ে খিক খিক কৈ হাঁহিবলৈ ধৰিলে । হাঁহি হাঁহি

কলে। "ধুনীয়া ছোৱালী।"

বুকু বহল। ককাল খামুছীয়া মৃগ নয়না, ধুনীয়া কিন্তু

কিন্তু কি হীৰা! তুমি হাঁহিছা কিয় ?

কথা বতৰাবোৰ লেন ধৰি কয়। প্ৰায় বিলাক শব্দৰ উচ্চাৰণত য্যকাৰ থাকে।

মানে।

ম্যানে হৈ গ্যল আৰু সেই ব্যোৰ ব্যাদ দিয়ক···

হীৰা মনিৰ মুখত কথা বোৰ শুনি ভাস্কৰে ঢেক ঢেক্ কৈ হাঁহিবলৈ ধৰিলে। হাঁহি হাঁহি কলে

সৰু ছোৱালী চাগৈ।

বি এ পাছ কৰি তিনিবছৰ মান ঘৰত আছিল। বয়সৰ কথা সুধিব নালাগে। চেঁচুকৰ লাই পুলিৰ দৰে আলসুৱা।

সি হীৰামনিৰ চুলিটাৰিত হাত বোলাই কলে।

ৰাজেনে সেইবোৰ কি কৰিলে ?

ভালেই কৰিছে। ওখ গছত বগাই যোৱা লতাদাল গছ ভাগি তললৈ খহি পৰিছিল। নতুন পোখা এটা সাৱটি আগ ছিগা লতাদালে আশ্ৰয় বিচাৰিছিল। ৰাজেন আৰু কুন্তী উভয়ৰে একোটা অতীত আছিল। সেইবোৰ পাহৰি সিহঁত উভয়েই তুটা বেলেগ দিশৰ পৰা আহি ভাস্কৰ চাইকেল হস্পিটালত একেখন শয্যাতে চিকিৎসাধীন···

সিহঁতৰ ভাল পোৱা প্ৰেম আৰু প্ৰেৰণাৰে সৃষ্টি আপুনি···এখন হস্পিটালত এজন সুদক্ষ ডাক্তৰৰ প্ৰয়োজন। পৃথিৱীখনেই এখন প্ৰকাণ্ড হস্পিটাল। আমি উটিবুৰি ফুৰা মানুহবোৰ একো একোজন আহত ৰোগী। মই, ৰাজেন আৰু কুন্তীৰ মাজ নিশাৰ সংলাপ শুনি লৰৰি আহিলো ··হীৰামনি কথাবোৰ কৈ উচুপি উঠিল। উচুপি উচুপি ভাস্কৰৰ বুকুত তাই বায়বীয় পদাৰ্থৰ দৰে হেৰাই গ'ল—

নাকান্দিবা হীৰা

আপোনাক মই বহুত বাৰ তিৰস্কাৰ কৰিছিলো।

সেইয়া তোমাৰ চিকিৎসা হীৰা। তোমাৰ চিকিৎসাত মই আৰোগ্য হলো। ভাবিছিলো চাইকেল দোকান খনৰ আৰ্থিক উপাৰ্জন মোৰ বহুত হৈ যাব।

তেতিয়া মই মনে মনে ভাবিছিলো টকায়েই জানো জীৱন? ইতি-মধ্যে মই মেট্ৰিক পাছ কৰিছিলো। আপোনাক গাঁত টোৰ পৰা তুলি আনিবলৈ মাজে মাজে বেয়া ভাষাতে কথা কৈছিলো।

সেই কথা শুনি মই অনুতপ্ত হলো। মন্ত্ৰৰ বলেৰে অস্থিয়ে তেজ মঙহৰ সংযোগত প্ৰাণ পাই উঠা ব্যাঘ্ৰৰ দৰে দিবাকৰ মোৰ গালৈ জপিয়াই পৰিব খুজিছিল। তোমাৰ প্ৰেৰণাতে মই শিক্ষাৰ কাৰণে গোপণে আগ বাঢ়িছিলো।

তাইক কথাবোৰ কৈ সি বুকুৰ ফালে আওঁজাই ধৰিলে। সুধিলে।

এতিয়া কোৱা কিমান দিন থাকিবা?

মই ভুল কৰিলো।

কেনেকৈ?

পূজাৰ বন্ধত আহিব লাগিছিল।

আকৌ আহিবা গৈ।

নাহো।

কিয়?

আপোনাৰ পঢ়াত বাধা আহিব।

নাহে হীৰা। সি তাইৰ মুখ খনতে চুমা এটা আঁকি দিলে। তুমি বহা, মই চাহ একাপ কৰোগৈ।

আপোনাৰ যে কথাবোৰ। কিয়, মই চাহ কৰিব নোৱাৰিম?

হীৰামনি উঠি গল তাই চাহ বাকোতেই মিলি পালেহি। মিলিৰ কাৰণেও চাহ একাপ আনি আই বিছনা খনতে বহিল।

আজি নবৌৰ হাতে চাহ খাইছো।

তোমাতকৈ মই ডাঙৰ নেকি নিৰ্ম্মল?

কথাতেই প্ৰমান। নাম কাঢ়ি কোনে কাক মাতিব পাৰে, নহয়

জানো নবৌ ?  অঁ আপোনাৰ ভাস্কৰদা বৰ চোকা দেই ।

আপোনাৰ কোন কোন আছে নিৰ্ম্মলদা ?

হীৰামনিৰ কথাত ভাস্কৰে চেক চেক কৈ হাঁহিবলৈ ধৰিলে ।

নিৰ্ম্মলে হাঁহিত যোগদি মোৰ সকলো আছে কৈ বুলি ভাস্কৰক সুধিলে ।

কিয় হাঁহিলা ?

তোমাক দেখোন দাদা বুলি মাতিলে ।

ভগৱানৰ ওচৰত প্ৰাৰ্থনা কৰোতে মানুহে নিজকে বৰ সৰু বুলি ভাবে । ছোৱালীয়ে যিমানে বয়স হলেও বয়স কমাই কথা কয় । মিচ হীৰাই যদি মোক ককাই বুলি ভাবিছে তুমি মোৰ বৈনাই । ভনীজনীক চিনেমা দেখুৱাবলৈ লৈ যাম বুলি এইয়া এডভান্স টিকেট আনিলো ।

টিকেট কেইখন দেখুৱাই নিৰ্ম্মল মিলিয়ে কলে ।

ভনী নবৌ কাপোৰ পিন্ধক অটো এখন লৈ যাম ।

হীৰামনিৰ বৰ ভাল লাগিল । তাই পিছফালৰ বাৰান্দাত কাপোৰ এসাজ পিন্ধিলে । প্ৰসাধনৰ সামাগ্ৰীবোৰ দি ভাস্কৰে টাইদাল বান্ধিলে । গাঠিটো দি সি হীৰামনিৰ চুইটকেছ নিব খোজা দুই মানুহ দুজনৰ কথা উলিয়ালে । জোতাৰ ফিটাদাল বান্ধি বান্ধি মিলিয়ে কলে ।

য'তে তাতে সেই কাৰণে প্ৰেম পীৰিতিৰ কথা নকবা । সিদিনা তুমি মাছ খোৱাত সেই গুন্দাবোৰে শুনাকৈয়ে হীৰামনি অহাৰ কথা কোৱা নাছিলা জানো ?

মানুহ কেইটা কোন আছিল বাৰু ?

মদৰ নিছাত যা তা বলকিবা ; এতিয়া মই মানুহ বিচাৰি ফুৰিম গৈ নহয় ?

নিৰ্ম্মলে "মদৰ নিছাত" বুলি কোৱাৰ লগে লগে হীৰামনিৰ বুকুখন বিষাই উঠিল তেনেহলে ভাস্কৰে প্ৰতিজ্ঞা ৰক্ষা কৰিব নোৱাৰিলে । তাইৰ নাযাওঁ বুলি কৈ দিবৰ মন গল । মনৰ প্ৰফুল্লতা যেন হেৰাই গল । ফুল পাহৰদৰে ধুনীয়া মুখখন শেতা পৰি গল । ভাস্কৰে

বুজিছিল। নির্ম্মলক সি সকলো কথাকেই কৈছিল কোৱা নহল এই প্ৰতিজ্ঞাৰ কথা। সি যে বহলাই উদঙাই দিয়া নাই ধন্যবাদ ··

ব'লা হীৰা। ভাস্কৰে যেন একো প্ৰতিজ্ঞা কৰাই নাছিল।

তাইৰ মাতিবৰ মন নগল। ৰছি লগাই টানি নিয়া ডামৰী পোৱালিৰ দৰে তাই মনৰ জেওৰা জপনাত খুন্দা খাই আগ বাঢ়িল। সিহঁত গৈ অটো এখনত উঠি 'অপ্সৰালৈ' গুচি গল।

নিৰ্ম্মল মিলিৰ লগত সিহঁতে দুয়ো হিন্দী কথা ছবি উপভোগ কৰিলে। চিনেমাৰ অন্তত হোটেলতে ভাত খাই খোজ কাঢ়িয়ে গুচি আহিল। সিহঁতক ঘৰত এৰি নিৰ্ম্মল মিলিয়ে স্কুটাৰখন লৈ গুচি গল। সি হোষ্টেলত থাকিবগৈ। হীৰামনিয়ে হাঁহিছিল। মিলি ওলাই যোৱাৰ পিছত হীৰামনি পুনৰ নীৰৱ হৈ পৰিল। ভাস্কৰে প্ৰতিজ্ঞা ৰক্ষা কৰিব নোৱাৰিলে কিয়? মদ খাই যা তা কথা কোৱা কাৰণেই তাই হেৰাই যাব লগা হৈছিল। ভগবানৰ সুদৃষ্টি নথকা হলে তাই হয়তো শেষ হৈ গল হেতেন। ঠেহ পাতি বহি থকা হীৰামনিক সি সাৱটি ধৰিলে। তাৰ বাহু বন্ধনত সোমাই তাই ভাবিলে। মনে মনে ডেকাৰ মুখলৈ চোৱা গাভৰুৰ দৰে সিও লগৰ সমনীয়াৰ দৰে এক পেগ মদ খালেই জানিবা কিনো গঙ্গা নদী খন অপবিত্ৰ হল? ভাস্কৰ মিলিব লাগিব। সেইয়া যুগৰ আহবান··· কথা বোৰ ভাবি তাই হাঁহি দিলে। তেতিয়া কৰবাত লাইনত বিজুতি হৈ লাইটবোৰ নুমাইছিল। একোঠা আন্ধাৰত ডুব গৈ হীৰামনিয়ে শব্দ হীন ভাবে হাঁহিছিল, মাত্ৰ হাঁহিছিল······

## ॥ একৈশ ॥

বেদকমত বহি বৰষাই দিবাকৰক কিবা এটা কৰলৈ লওঁতেই কাৰোবাৰ পদধ্বনী শুনা গ'ল। চেন্দেলৰ চেটেপ চেটেপ শব্দটোৰ লগত কাপোৰৰ খমখমনিৰ শব্দটো ক্ৰমান্বয়ে কাষ চাপি আহিল। দুৱাৰ মুখত থিয় হৈ আহত বাঘিনীৰ দৰে স্বপ্না সন্দিকৈ গৰজি উঠিল।

ছিঃ ছিঃ তুমি পুৰুষ নহয়। মোক ইমান ছলনা কৰিলা কিয় ? জাতৰ ছোৱালী আনি তুমি শিয়ালৰ দৰে পলাই ফুৰিছা। মোক দক্ষিণ ভাৰতলৈ পঠাই তুমি বিয়া কৰালা। মই মহাভাৰতৰ গান্ধাৰীৰ দৰে অভিশাপ দিলো। মোৰ বুকুৰ জুইকুৰাৰ দৰে তোমাৰ বুকুতো জ্বলিব··· মই আহিলো···

বহাচোন স্বপ্না। অধৈৰ্য্য নহবা।

মই কি কৰিম ? মোৰ মেকানিক ভাইটো ঘূৰি ফুৰিছে। সি তোমাক হয়তো হত্যা কৰিব। মোৰ অনুৰোধ ; তুমি পুলিচত জনাই দিয়া। মই তাক বুজাব নোৱাৰিলো···

কান্দি কান্দি স্বপ্না ওলাই গুছি গ'ল। থিৰিকিয়েদি অনিতাই স্বপ্নাক চাই থাকিল। বৰষা ফেকুৰিবলৈ ধৰিলে। ছোৱালীৰ চকুপানী ওপৰতে থাকে। তাই চকুলো মচি কলে।

ইমান বেয়া চৰিত্ৰ তোমাৰ। মোৰ দেউতাই জানিলে বৰ দুখ পাব। মই ভাবিছিলো, তুমি সক ল'ৰাৰ দৰে পবিত্ৰ। মাখনৰ দৰে কোমল অন্তৰ এখন পাইছো বুলি গৌৰৱ কৰিছিলো কিন্তু···

বৰষা।

কি হ'ল। ইমান খঙেৰে মাতিছা কিয় লম্পট পুৰুষৰ লগত মই

বৰষা। সি বৰষাৰ ধুনীয়াকৈ সজোৱা খোপাটো জোকাৰি দিলে।

তাই পুনৰ উচুপি উঠিল।

মই তোম্মাৰ লগত ন্যাথাকো য্যা···

ইস এওঁ এনে সতী। তুমি কামাখ্যাত বিয়া হব লগা হ'ল কিয় ?

সেইটো কথা নেকি আৰু বিদেশী আন্দোলনত বিয়া পাতি আনন্দ কৰিবলৈ দেউতাৰ মন নগ'ল ··

মন নগ'ল ·· প্ৰতাপ দাস কোন ?

সেইবোৰ কি কৈছা, মইতো কোনো প্ৰতাপকে চিনি নাপাওঁ।

বৰষাৰ মাতটো ভয়তে পৰিষ্কাৰ হৈ গ'ল। তাই ভয়ে ভয়ে সুধিলে।

বিয়াৰ আগত নে পিছত দিছিল ? কোনোবাই বেনামী চিঠি দিছিল চাগৈ।

এইয়া লোঁৱা। প্ৰতাপৰ লগত তোলা তোমাৰ যুগ্ম ফটো। এইৰূপ চিঠি। এইবোৰ মোক তোমাৰ চুইটকেছটোৱে দিছিল।

তাই বোবা হৈ গ'ল। বেদকভাৰখনৰ ওপৰত আঙুলিৰে ঘহাই তাই লাজ ভয় আৰু খঙত কঁপিবলৈ ধৰিলে। দুষ্ট তেজবোৰ মুখখনলৈ আহি তাইক ৰক্তিম কৰি তুলিলে।

ভবিষ্যতে কোনো দিনেই চৰিত্ৰ সমালোচনা নকৰিবা। মাৰ বংশ মৰ্য্যাদা জীয়াই ৰাখিবলৈ তোমাক বিয়া কৰালো। স্বপ্নাক প্ৰতাৰণা কৰি মই তোমাক সাৱটি ধৰিছিলো। মই মাক প্ৰশ্ন কৰো। ব্ৰাহ্মণ কন্যা বৰষা স্বপ্না সন্দিকৈত কৈ কিমান পবিত্ৰ ?

এইবোৰ আমাৰ ডেকা গাভৰু জীৱনৰ কথা ; মাক নকবা।

মই শুনিছো বৰষা। বেৰখনৰ ইপাৰ সিপাৰ হে। মোৰ ল'ৰাটোৰ মূৰ খাবি বুলি মইতো ভবা নাছিলো।

দুৱাৰ মুখৰপৰা কথা কেইটা কৈ অনিতা আঁতৰি গলগৈ। তাই দিবাকৰৰ কাষলৈ গৈ কলে।

এইবোৰ পাহৰি যোৱানা ?

সি পেণ্টটোৰ চেইন দাল টানি জোৰেৰে ওলাই গুচি গল। দিবাকৰ

বোৱাৰ পিছত অনিতা কোঠাৰ দুৱাৰ মুখলৈ আহি পুনৰ কলেহি।

তাক ওলাই যাবলৈ দিলি কিয়? যদি কৰবাত মৰেগৈ?

আপোনাৰ পুতেক লম্পট। আপুনি মোৰ তেজ খালে।

তোৰ স্বভাব চৰিত্ৰ বৰ ভাল নহয়? ঘৰতে কেইটা প্লাই আহিছ লেখ দিব পাৰিবিনে?

মা!

সেইদৰে খেদা মাৰি নাহিবি দেই। কলেজ হোষ্টেলত কি কৰিলি। খোৰহাটৰটোৰ নাম প্ৰতাপ দাস ছিঃ

মাকৰ কথা শুনি বৰষা মিছা মাছৰ দৰে হাত ভৰি বোৰ দলিয়াই কান্দিবলৈ ধৰিলে। শাহুৱেক অনিতা আঁতৰি গল। ৰামানন্দই চাহ একাপ হাতত লৈ কলেহি।

আইদেউ চাহ।

নাখাও চাহ লৈ যা ··· তাই ৰামানন্দৰ গালত চৰ মাৰি দিলে। তাৰ হাতৰ কাপ টো ওফৰি গৈ ঠান বান হৈ ভাগিল। বগা বিছনা চাদৰ খনত চাহৰ চিটিকণি পৰি দাগ বহি গল।

কিছু সময়ৰ পিছত দিবাকৰ ঘূৰি আহিল। বেদৰুমলৈ সোমাই গৈ সুধিলে।

কাপটো কিয় ভাঙিলা ছিঃ এইবোৰত চাহ পৰিল। নামাতা কিয়?

মায়ে মোক বেশ্যাবুলি গালি পাৰিছিল। মই তেনেকৈ কিয় কৈছে বুলি কোৱাত বৰ সাহ পালি বুলি চাহৰ কাপটো মোৰ গালৈ মাৰি গুছি গল। গিৰিয়েক ঘৈনিয়েকৰ মাজত কাৰ ঘৰতনো কাজিয়া পেচাল নহয়। কিন্তু মোক গাৱলীয়া বোৱাৰীৰ দৰে ··· তাই আগতকৈও বেছি জোৰেৰে হুক হুক কৈ কান্দিব ধৰাত দিবাকৰৰ মনটো কেনেবা লাগিল। মা মা কৈ মাকৰ কোঠালৈ গৈ সি কলে।

মা! গাঁৱৰ বোৱাৰীৰ দৰে মোৰ বৰষাক শাসন কৰিবলৈ নাযাবা।

দিবাকৰ তই এইবোৰ কি কৈছ?

মই ঠিকেই কৈছো। এজনী শিক্ষিতা মানুহক বুজাই কলেই বুজিব। চাহৰ কাপ প্লেত দলিয়াই শাহুৰ শাসন দেখুৱাবলৈ নাযাবা।

দিবাকৰ।

ভাস্কৰ ডাক্তৰ হৈ আহিবলৈ বহুত দিন আছে। তুমি দিবাকৰৰ আশ্ৰয়ত আছা। আৰু শুনা। চাহ জলপান খোৱাত বাধা আছে যেতিয়া প্ৰতিবেশীৰ কাৰো ঘৰলৈ নাযাবা।

তাই ইমান নিষ্ঠুৰ ভাবে কিয় কথাবোৰ কৈছে সোন।

যদি মই সোনেই হয় তেতিয়া হলে মোৰ বৰষাক বেশ্যা বুলি কব নালাগিছিল।

মই সেই দৰে নাই কোৱা দিবাকৰ।

বৃদ্ধা বয়সত, তৃতীয় সন্তান জন্ম দিয়া মানুহ গৰাকী সতী নে বেশ্যা নিজেই বিচাৰ কৰা উচিৎ।

দিবাকৰ।

অঁ। চন্দ্ৰমাৰ কোনো প্ৰয়োজন নাছিল।

দিবাকৰ ধুমুহাৰ দৰে আঁতৰি গল। দৃশ্যান্তত যৌথ মঞ্চৰ আনটো মূৰত যেন কোনোবা নাৰী চৰিত্ৰ বিদ্যমান

ৰামানন্দ কঁপিছিল। সি বাথৰুমৰ পৰা দুৱাৰৰ সামান্য ফাঁকেদি অমিতাক চাই থাকিল। অনিতা কান্দি কান্দি বাগৰি পৰিল। সিফালে বৰষাই কাপটোৰ ভগা টুকুৰাবোৰ বুটলি দিবাকৰৰ কাষলৈ আহি কলে।

কল্যোই জানিবা বুঢ়ি মানুহ। ত্যুমি সেই দৰে কব লাগেনে? তিৰোতা আৰু দহজনী পাবা, মাজনী পাবা জানো ......

দিবাকৰে মাত নিদি মুখ খন এপাচি মান কৰি বহি থাকিল। তাই গাল খনত মিহি পাতল আঙুলি কেইটা পিচলাই কলে।

ব'লানা ওলাই যাওঁ ...

আলনাৰ পৰা পেণ্ট টো আনি দিয়াত দিবাকৰ থিয় হল। তাই পায়জামা টোৰ বচি দাল টান মাৰি দিলে। আঠুলৈ খহি পৰা পায়জামা তুলি ধৰি সি পেণ্টটো পিন্ধিবলৈ ললে। উত্তপ্ত শিলটো যেন বৰষুণ পৰি

চেচা হৈ গল ... দিবাকৰে কামিজ টো পিন্ধিলে। তাই নেক-টাই দালৰ গাঠিটো নিজেই বান্ধি দিলে। তাইৰ নাম বৰষা ··· বিন্দু বিন্দু জলকণাৰ মধু মিলনত সৃষ্টি হোৱা মেঘৰ দ্বিতীয় সংস্কৰণ বৰষা। যাৰ পৃথিৱীত তৃষ্ণাত চাটি ফুটি কৰা জীৱ জগতৰ গতি-দাতা তাই ... প্ৰয়োজন হলে সেই জল ধাৰাৰে তাই মহা প্লাবনৰ প্ৰলয় সৃষ্টি কৰি পুৰণি বৃদ্ধ বৃক্ষ বহুত দূৰলৈ উটুৱাই লৈ যাব ...

## ॥ বাইশ ॥

সেইদিনাৰ সেইখন যুদ্ধই আছিল। বলীয়ে দুৰ্বলীৰ ওপৰত আক্ৰমণ কৰিছিল। জয়ী হৈছিল নৱ দম্পতী। বৰষাই দিবাকৰক বিভিন্ন যুক্তিৰে কথা কৈ ফুৰিছিল। হাতৰ মুঠিত সোমাই পৰিল দিবাকৰ।

বুকুৰ বেদনা বুকুতে সাবটি অনিতাই যুগ ধৰ্ম বুলি নীৰৱে সহ্য কৰিছিল। বৰষা বেয়া যদিও ভাল। তাইৰ যদি চৰিত্ৰ নামৰ কিবা এটা নায়েই তথাপিও ভাল। বৰষাক লৈ সি জীয়াই থাকিব লাগিব। দিবাকৰ বৰষাৰ লেনিয়া নাত কথাত গুৰতে পোত গৈ থকা পকৰাটোৰ দৰে তাইৰ বুকুতে সোমাই থাকিল।

পুতেক বোৱাৰীয়েকৰ লগত মাকৰ মাত বোল নোহোৱা কেইবা দিনো হল। বেলেগ চকতে ভাত এমুঠি ৰান্ধি খাই অনিতাই দিনবোৰ পাৰ কৰি দিছে। চন্দ্ৰমা কোঠালৈ নোযোৱা হল। তাই মাকৰ লগতে নিৰামিষ আহাৰকে খাই স্কুললৈ যায়। সেইদিনা দিবাকৰে বৰষাক কলে।

যোৱা বৰষা। মাক মাতাগৈ। সোধাগৈচোন কিবা আনিব লাগিব নেকি ?

ক্ষমা কৰিবা। মই আৰু জীৱনত তোমাৰ মাক মাত নিদিও। মোক বৰ আঘাত দিলে। সেইদৰে চাহৰ কাপটো···

চাহৰ-কাপটোৰ কথা মনত পৰি বৰষা উচুপি উঠিল। দিবাকৰ নিজেই মাকৰ কোঠালৈ গৈ সুধিলে।

মা কিবা আনিব লাগিব নেকি ?

একো নালাগে।

দিবাকৰ ঘূৰি আহিল। সি দ্বিতীয়বাৰ একো নকলে। তাৰ কৰ্তব্য কৰি সি ৰামানন্দক লৈ বজাৰলৈ গুচি গল। দিবাকৰ যোৱাৰ পিছতে নবৌ নবৌ কৈ ভাস্কৰ ভিতৰলৈ সোমাই আহিল। ককায়েকৰ বেদৰুমৰ মজিয়াত থিয় হৈ সি বৰষালৈ চাই সুধিলে।

নবৌ ভালনে ?

ওঁ ভালেই···

মোক চিনি পোৱা নাই নেকি ? টিয়কৰ বিয়া ঘৰত মাৰ লগত যে কথা পাতিছিলা। তেতিয়াই জানো মোক দেখুৱাই কোৱা নাছিল। এইটো মোৰ মাজুল'ৰা বুলি।

ম্যোৰ মনত ন্যাই প্যাৰা। বঁহা ৰামানন্দও ন্যায় চাহ কৰিবলৈ ··· মা ক'ত আছে ?

সৌ টো কোঠাত আছে···

সি মাকৰ কোঠালৈ গৈ আচৰিত হল। মাকৰ আগৰ চেহেৰা নাই। শুকাই ক্ষীণাই শেষ হল দেখোন।

আৰু দুবছৰৰ পিছতে তোমাৰ পুত্ৰ ডাঙৰ হব মা।

তই আজি ক'ৰপৰা আহিলি ভাস্কৰ ?

মই বেলত আহিলো মা। বৰ্তমান তোমাৰ অসুখটো ভাল হলনে ?

ঈশ্বৰে ভালে ৰাখিছে ভাস্কৰ।

চন্দ্ৰমা কলৈ গল ?

স্কুলৰপৰা আহি, খেলিছে ছাগৈ।

ভাস্কৰে কথা পাতি থাকোতেই দিবাকৰ বজাৰ কৰি ঘূৰি আহিল। দিবাকৰে নিজেই মাত দিলে।

তই কেতিয়া আহিলি ?

বেছি সময় হোৱা নাই।

দিবাকৰ সোমাই গল। ৰামানন্দই বস্তুবোৰ ভিতৰ সোমাই নিলে। চন্দ্ৰমা সোমাই আহিল। গাকটোৰ ঘৰে শকত হৈ পৰা চন্দ্ৰমাক সাৰটি সি মূৰতে চুমা এটা খালে। ব্ৰীফকেছটো খুলি কাগজৰ পেকেট এটা দি কলে।

ইয়াত দুটা ফ্ৰক আছে যিটোৱেই গাত খাই পিন্ধিবি।

দিবাকৰে তাক মতাত সি চাহ খাবলৈ সোমাই গল। ৰৰঘাই ৰামানন্দৰ হাতৰপৰা মিঠাইৰ পিৰিছ কেইখন আগে আগে দি চাহ খাবলৈ কলে।

এইজনী নবৌ বুলি জনা হলে মই চিঠি দিলোহেঁতেন নহয়।

তই কেনেকৈ চিনি পাৱ ?

কিয় টিয়কৰ বিয়াত দেখিছিলো নহয়।

আচ্ছা ভাস্কৰ তই বৰ্ত্তমান কৰিছ কি ?

তই আচৰিত প্ৰশ্ন কৰিলি যে ?

তোৰ সাজ পোচাক চেহেৰা উন্নত হৈছে। নিশ্চয় ভাল চাকৰি কৰিছ চাগৈ।

মই অহা বছৰ এম. বি. বি. এছ. ফাইনেল দিম। তোৰ আশীৰ্বাদ পালে মই ডাক্তৰ হম।

আজি কালি টকা থাকিলে আশীৰ্বাদ নালাগে। দেউতাই বেঙ্ক বেলেন্স, কেছ চাৰ্টিফিকেট আৰু জীবন বীমাৰ টকা সকলোখিনি তোৰ হাততে এৰি গল।

তই কি কৈছ দিবাকৰ দেউতাৰ থাকিলেই বা কি ?

দেউতাৰ কামত অকণো খুট নবল ভাস্কৰ। দেউতাই সেইখিনি দি নোযোৱা হলে তই গুৱাহাটীত থাকি পঢ়িলিয়েই বা কেনেকৈ ?

দেউতাই মোক একো দি যোৱা নাছিল ?

হোৱাট ! তই কি কৈছ ?

তোৰ লগতেই দেউতাই সকলো শেষ কৰিলে। তোৰ ফাইনেলৰ বছৰটোত মই চাইকেল দোকানৰপৰা টকা দিছিলো।

হাঃ হাঃ হাঃ ভাস্কৰ! তই মোক ইঁহোৱালি · তই পঢ়িবলৈ যোৱাৰ আগতে মোক খা খবৰ নকৰাটোৱেই প্ৰমাণ দিয়ে তোৰ হাতত বহুতেই টকা আছিল।

তই জীবন বীমালৈ লিখ। সকলো বেঙ্কত অনুসন্ধান কৰ দিবাকৰ। বাগানত কিমান টকা পাইছিল নিজেই খবৰ কৰগৈ। মাৰ ইমান অসুখত তই মোক খবৰ নিদিলি।

তই দেউতাৰ ধনৰ ভড়ালটো পাই অন্ধ হৈ পৰিছিলি। সামান্য মজদুৰ ল'ৰা এটাৰ আশ্ৰয়ত মাক এৰি গৈছিলি।

চুপ থাক। তিৰোতাজনীক পাই তই পাগল হৈ পৰিলি। ঘৰ-খনলৈ বামুণৰ ছোৱালী এজনী আহিল একমাত্ৰ মাৰ কাৰণে। স্বপ্না সন্দিকৈৰ ভৰিৰ বুঢ়া আঙুলিৰ পানী খাবলৈ নাপাই যুদ্ধ কৰা নাইতো? বেশ্যালয়ত মানুহৰ মনবোৰ সুস্থ নহয় বুলি মই জানো।

ভাস্কৰ! তই কাৰ আগত কথা কৈছে? মই হাজাৰ বাৰ কম দেউতাৰ বেঙ্ক বেলেন্স আছিল। বৃদ্ধকালত চন্দ্ৰমাক জন্ম দি তাইৰ ভবিষ্যতৰ কথা মূৰ্খৰ দৰে হলেও দেউতাই নভবাকৈ থকা নাছিল।

যদি দেউতাৰ টকা আছিল; মোৰ ওপৰত কেছ দে। তোক সাৱধান কৰি দিলো। মাক অপমান নকৰিবি। এনে বেশ্যালয়ত মা থকা উচিত নহয়।

ভাস্কৰ! ভাস্কৰ কোবেৰে মাকৰ কোঠালৈ সোমাই গৈ ব্ৰীফকেছটোৰ পৰা খাম এটা উলিয়াই চিঠি আৰু ফটো দেখুৱাই কলে।

এইয়া চা। এইয়া প্ৰতাপ দাসৰ অঙ্কশায়িনী বৰষা। এইবোৰ চিঠি। মই যাওঁ মই মাক লৈ যামগৈ।

তই পলমকৈ হলেও শিক্ষাৰ পোহৰ পালি ভাস্কৰ। মাৰ পছন্দ মতেই মই বৰষাক বিয়া কৰালো। গোপন ৰহস্যৰ কথা জানিছিলি যদিও মোক কব নালাগিছিল। তই মোৰ অন্তৰত কিয় জুই দিলিহি ভাস্কৰ।

তই জ্বলি পুৰি শেষ হৈ যা। একমাত্ৰ দেৱৰ ভাস্কৰক নিজ হাতে চাহ একাপ দিব নোৱাৰা তোৰ তিৰোতাজনীৰ নাৰী অন্তৰ এখন নাই

বুলি জনাৰ পিছত মই কাচ ভগা দি ভাগি পৰিছিলো। তোৰ কথা শুনি সেই কাচবোৰ জোৰা খাই গল। আৰু মই প্ৰতিবাদ কৰিছো দেউতাৰ টকা মোৰ হাতত পৰা নাছিল বুলি ··· তথাপি ভাবি চা তোৰ লগত দেউতাৰ কিমান টকা খৰছ হল ··ভাবিব নোৱাৰা চিন্তিব নোৱাৰা তোৰ অন্তৰখন জ্বলি শেষ হৈ যাওঁক।

নকৰি আৰু ভাস্কৰ ···

মই নকলোহেঁতেন। মোৰ উন্নতি তই কামনা নকৰ জানো? অৰ্জুনে তোৰ হাতত তুলি দিয়া ৩৫০টা টকা তই আত্মসাৎ কৰিলি। ৰুমমেট হিৰণা দাসৰ এলবামত টিয়ৰত দেখা ছোৱালীজনীৰ ফটোখন দেখি আচৰিত হৈছিলো। কয়লাখনিৰ ইঞ্জিনিয়াৰ এটাই এইজনী ছোৱালীকে বিয়া কৰাই নিলেহি বুলি প্ৰতাপ দাসৰ ভায়েক হিৰণাই মোক কৈছিল। আবিষ্কাৰ কৰিলো সেই ইঞ্জিনিয়াৰজনক। কিন্তু তেতিয়া তই মোৰ ককাই বুলি তাক পৰিচয় নিদিলে।

ভাস্কৰ।

আৰ্ত্তনাদ কৰি লাভ নাই। তথাপিও লৰৰি আহিছিলো। মৰমৰ নবৌজনী চাবলৈ। ঠিক আছে মাক মোৰ লগতেই ৰাখিম। আইৰ পূজাৰ কাৰণে এই চুটযোৰ খুলি প্ৰয়োজন হলে চাইকেল দোকানতে সোমাই থাকিম।

দিবাকৰ খণ্ডত জ্বলি পকি কোঠালৈ সোমাই গল। বাঘ দেখি জোপোকা লগা ছাগলীজনীৰ দৰে ৰৰষা বিছনাখনত ভৰি তুলি বহি আছিল। মাকে ভাস্কৰৰ নিৰ্দেশ ক্ৰমে কাপোৰ এসাজ পিন্ধিলে। কান্দি কান্দি দিবাকৰৰ বেদকমৰ মজিয়াত থিয় হৈ কলে।

তোৰ ঘৈণীয়েৰৰ গালৈ মই চাহৰ কাপ দলিয়া নাছিলো দিবাকৰ। মইতো কাপত চাহ নাখাও · মই যি ভাবিছিলো ভবাৰ দৰে নহল ··· মই আহিলো ·

সন্ধিয়াৰ আগে আগে ভাস্কৰৰ লগত মাক জীয়েক ওলাই গল। বঙলাটোৰ ফুলনিৰ মাজ পাওঁতেই বলিয়াৰ দৰে দিবাকৰে ৰৰষাৰ

পিঠিত চপ্ চপ্ কৈ মাৰিছিল। ভাস্কৰে পিছলৈ চাই ৰৈ গৈছিল। সঁচাকৈয়ে মাৰিছেনে? ক'তা ৰৰষা দেখোন চিঞৰি উঠা নাই। মাৰ-পিট কৰা হলে ৰৰষা লৰবি আহি অন্ততঃ মাকক সাৰটি ধৰিবহি পাৰিলেহেঁতেন ··· ভাস্কৰে খোজ পেলাবলৈ ধৰিলে। হৃদপিণ্ডৰ স্পন্দন ধ্বনী বুজি পোৱা মেডিকেল ষ্টুডেণ্ট ভাস্কৰে বুজিব পাৰিছিল ·· দিবাকৰে সিহঁতক দেখুৱাই মাৰিব নোৱাৰি ৰৰষাক মৰাদি বিছনাখনতে চপৰিয়াই দিছিল ··· তেতিয়া মেঘমুক্ত আকাশৰ দৰে ৰৰষাৰ নীলা চকু দুটিত শান্ত সাগৰৰ ছবি দেখি দিবাকৰে একেথৰে চাই থাকিল ···

## ॥ তেইশ ॥

বেল আক বাচেৰে গৈ সিহঁত ৰজাবাৰী তিনি আলিত নিশা আঠ বজাত উপস্থিত হলগৈ। টেক্সী এখন লৈ সিহঁত বাইনী বাৰী চাহ বাগিছালৈ গুছি গল। চাইকেল দোকান খনৰ দুৱাৰত তলা এটা ওলমি থকাত ভাস্কৰ বিপদত পৰিল। টেক্সীখন এৰি সিহঁত বাৰান্দাতে ৰহিল।

কি কৰ ভাস্কৰ! ক'তা ৰাজেন, কুন্তী, অৰ্জুন কোনোৱেই নাই দেখোন। মোৰ বিছনা কাপোৰ বোৰত সিহঁত শোৱে নেকি?

নহয় মা সিহঁত পাক ঘৰৰ কাষৰ কোঠাটোত থাকে। কাপোৰ কানিবোৰ আছে। মই চিন্তাত পৰিছো সিহঁত গল কলৈ?

হাজিৰা বাবুৰ ঘৰলৈকে যাৱ নেকি?

অলপ সময় অপেক্ষা কৰো। সিহঁত হয়তো কোনোবা বাগানত চিনেমা চাবলৈ গৈছে। সোৱা কোনোবা আহিছে।

আন্ধাৰত বগা কাপোৰ পিন্ধা মানুহ এজন জিলিকি পৰিল। চন্দ্ৰমা মাকৰ কাষ চাপি গল। আগন্তুকক উদ্দেশ্য কৰি ভাস্কৰে মাত দিলে।

কোন সেইয়া?

মই। ড্ৰাইভাৰ।

কোন! ৰাজেন নেকি?

আৰে ভাস্কৰ ভায়া তই আহিলি।

এইয়া, মাও আহিছে।

ৰ'ৰি, মই দুৱাৰ খন খুলি দিওঁ

সি মদ খাই আহিছে। জেপত ছাবিটো বিচাৰি খেপিয়াই খেপিয়াই বহুত সময়ৰ মূৰত বান্দৰ বিড়ী কেইটা মানৰ লগতে উলিয়াই আনিলে। দুৱাৰখন খুলি সি টিপ চাকিটো জলাই দিলে। চকী দুখন টান মাৰি বহিবলৈ দিলে।

ইমান ৰাতি আহিলি যে?

মই মাৰ্ঘেৰিটাৰ পৰা আহিলো তোৰ মাইকী মানুহ নাই নেকি অৰ্জুন কলৈ গল?

ছব বৰবাদ হৈ গল ভাস্কৰভায়া। চব বৰবাদ হৈ গল।

কি হল?

টকা পইচা কাপোৰ গহনা লৈ মাক পুতেক পলাই গল। তোৰ কাৰণে কালি মাত্ৰ এশ টকা পঠালো।

তই মোক বহুত সহায় কৰিছ ৰাজেন ভায়া। মই তোৰ ধৰুৱা।

নাই নাই তেনেকৈ নকৰি ভাস্কৰ ভায়া। অৰ্জুন বহুত ভাল লৰা আছিল। দ্বিতীয় মতা ধৰা বিধবা তিৰোতাৰ কোনো বিশ্বাস নাই। মোক হীৰামনিয়ে বাছৰ কাৰণে থিয় হৈ থাকোতে ঠিকেই কৈছিল।

ৰাজেনৰ মুখত হীৰামনিৰ কথা শুনিবলৈ ভাস্কৰৰ মনটো লিকলিকাই উঠিল। হীৰামনিৰ কথা ৰাজেনে প্ৰকাশ নকৰিলে। কিন্তু হীৰামনিৰ কথাবোৰে তাৰ অন্তৰত গাজি গুমৰি থাকিল। হীৰামনিয়ে কৈছিল। অসমীয়া মাত কথা কব পৰা মানুহজনী ভাল যদিও চৰিত্ৰনিৰ্মল নহয়। তোৰ কাৰণে জোৱান ছোৱালী এটা আনিম বুলি ভাবিছিলো ······ ৰাজেনে নীৰৱতা ভঙ্গ কৰি কলে।

তাইৰ কথামতে ডিব্ৰুগড়ত চিনেমা চাবলৈ গৈছিলো। সিকিমালা ভঙাই নতুন ৰূপৰ নেকলেচ গঢ়াই দিলো।

সি কথাবোৰ কৈ কৈ কান্দিবলৈ ধৰিলে। তাৰ তিৰোতা এজনী আছিল, সেইজনী পলাই যোৱা কাৰণেই যে বাজেনে কান্দিছে সৰু ছোৱালী চন্দ্ৰমাই বুজিছিল। তাই কথা শুনি মাকৰ চকুলৈ চাই হাঁহিছিল।

এই কথাবোৰ হীৰামনিয়ে জানেনে নাজানে?

নাজানে। ইমান ধোকা দিব লাগে জানো ভাস্কৰ ভায়া।

মই তোক কথা দিলো। কুন্তী আৰু অৰ্জুনকেই নহয়, সমগ্ৰ বাইঁনী বাৰী চাহ বাগিছাৰ ৰাইজক আচৰিত কৰি এজনী ধুনীয়া ছোৱালী তোলৈ বিয়া কৰাম।

মোক আৰু মাইকী নালাগে ভাস্কৰভায়া।

বাৰু লাগে নালাগে সেইবোৰ সময়ে কব। এতিয়া এটা কাম কৰো। মাৰ কোঠাটো খুলি মাৰ বিছনাখন ঠিক কৰি দিওঁহক।

মাকৰ হাতৰ পৰা ছাবিটো লৈ ভাস্কৰে কোঠাৰ দুৱাৰখন খুলিলে। চাৰিমাহে বন্ধ হৈ থকা কোঠাৰ মজিয়াখন পানী পৰি ভেকুৰিব ধৰিছে। বিছনাখন লেপ তোচকৰে সৈতে মুৰিয়াই থোৱা আছিল। এন্দুৰ নিগনীয়ে বাহ লোৱা লেতেৰা কাপোৰৰ পৰা ভেকেটা গোন্ধ এটা আহি ভাস্কৰৰ নাকত সোমাল।

মাকৰ বিছনাখন পাৰি ভাস্কৰে পন্দচ পাউদাৰ ছটিয়াই ভেকেটা গোন্ধটো আতঁৰাই পঠাবলৈ চেষ্টা কৰিলে। ভাস্কৰে মাকক কলে।

কেইবা মাহো ৰদত নিদিয়া কাপোৰ বোৰ গোন্ধাইছে।

এইয়া মোৰ নিজা কাপোৰ। নিজৰ ঘৰলৈ আহি মোৰ বৰ আনন্দ লাগিছে ভাস্কৰ।

বাজেনে নতুন ইটা পুতি চৌকা এটা সাজি নতুন বাচন বৰ্তন দি অনিতাক চাহ তপতাবলৈ কলে। বহুত দিন একেলগে থাকি অহা যোৱা কৰি বাজেনে বহুত কথাই জানে। বাজেনৰ অতিথি শুশ্ৰুষাত অনিতা ভোল গল। যেন আপোন মানুহৰ ঘৰত তেজ মঙহৰ সম্বন্ধ এটাহে আছে। ভাস্কৰে চাহ তপতাই সকলোকে দিলেহি। মাক উঠি

গৈ উতলি থকা গৰম পানীত চাউল ডাইল একে লগে দি খিচিৰি এমুঠি ৰান্ধি মাজ নিশা সকলোকে খাবলৈ দিলে।

মাক আৰু চন্দ্ৰমাক শুবলৈ দি সিহঁত দুয়ো পাক ঘৰৰ মজিয়াত কথা পতাত ব্যস্ত হৈ পৰিল। গুণ গুণ কৈ ভাস্কৰে ৰাজেনৰ লগতনো কি কথা পাতিছে? ৰাজেন মদাহী। মদ হাড়িয়া খাই জীৱনটো শেষ কৰি দিলে। বৃদ্ধ বয়সত যিবা একনী কাষ চপাই লৈছিল, তাইও বুকুত গোৰ মাৰি গুচি গল। সিহঁত ক্ষন্তেক নীৰৱ হল। অনিতাৰ বুকুখন কপি উঠিল। কোঠাৰ পৰা ওলাই আহি আন্ধাৰ মজিয়াত থিয় হৈ সিহঁতলৈ চালে। বস্তাটোত মুখা মুখিকৈ বহি সিহঁতে কথা পাতিছে। ভাস্কৰে কলে।

মই তাইক বৰভাল পাওঁ ৰাজেন ভায়া।

অনিতাৰ হাঁহি উঠিল। মনটো ভাল লাগিল। ভাস্কৰে কাৰোবাক ভাল পায়। ভাল পোৱা গাভৰু জনীনো কোন? জানিবলৈ মনটো উচ পিচাই উঠিল অনিতাৰ। ভাস্কৰে পুনৰ কলে।

মই তাইক ভাল পাওঁ ৰাজেন ভায়া। তাই মোক মদ হাড়িয়া খাবলৈ একৰালে। তাইৰ পৰামৰ্শ মতেই মই পঢ়িলো। তাইক মই বিয়া কৰাম ৰাজেন ভায়া।

অনিতা আৰু এখোজ আগ বাঢ়ি গল। কোন সেই গাভৰু? কাক ভাল পাই সি। ক'তা নামটো যে নকলে। ভাস্কৰে পুনৰ কলে।

আমাৰ এই ভাল পোৱাৰ কথা পৃথিবীৰ কোনেও নাজানে। আমাৰ মাজত কোনো ব্যৱধান নাই। তাই গুৱাহাটীত দুনিশা থাকি আহিল।

মোৰ একো আপত্তি নাই ভাস্কৰ ভায়া। কিন্তু মায়ে জানো এই বিয়াক স্বীকৃতি দিব?

মাক আঘাত দি বিয়া নাপাতো। বিয়া আৰু ভাল পোৱা দুটা বেলেগ কথা। বিয়া নহওক আপত্তি নাই আমি জ্বলি পুৰি শেষ হৈ যাম ৰাজেন ভায়া। মই হীৰামনিক আঁতৰি যাবলৈ কবলৈ মোৰ সাহস

নাই ⋯ তাই মোক খনিকৰে মাটিৰ প্ৰতিমা সজাদি এজন মানুহ হিচাহে সৃষ্টি কৰিলে ···

অনিতা থৰ লাগিল। ভাস্কৰে হীৰামনিক ভাল পোৱা কথাটো আবিস্কাৰ কৰিব পাৰি অনিতা এখোজ দুখোজ কৈ পিছুৱাই গ'ল। বিছনাখনত পৰি ভাবিবলৈ ধৰিলে। স্বপ্নাৰ কথা। দিবাকৰে বৰষাক বিয়া কৰাই কিটো পালে? ৰাজেন হীৰামনি তেজ মঙহৰ মানুহ। ভাস্কৰ শেষ হৈ যোৱা পথত আছিল ... ভাস্কৰ নৰকৰ গৰ্ত্তত পৰি আছিল। ভাস্কৰ সভ্যজগতৰ সীমাৰেখাৰ বাহিৰত আছিল। উচ্চ শিক্ষাৰে এজন গন্য মান্য ব্যক্তি কৰি গঢ়ি তুলিবলৈ আপ্ৰাণ চেষ্টা কৰিছে হীৰামনিয়ে ·· বাধা দিয়াৰ কোনো প্ৰয়োজন নাই ...

সিহঁত কথা পাতি পাতি আগ কোঠালৈ ওলাই আহিল।

মাক নহলে ইয়াতে ৰাখি যা ভাস্কৰ ভায়া।

কেনেকৈ থাকিব?

নিজৰ লৰাৰ দৰে খোৱা বোৱাৰ যোগাৰ দিম। তইনো গুৱাহাটীত মাক ভাড়াঘৰত কেনেকৈ ৰাখিঁবি? তোক বহুত টকা লাগিব নহয়।

তই যি পাৰ দি থাকিবি। বৰকৈ মদ নাখাবি। ক'ৰবাত পাৱ যদি জোৱান ছোৱালী এটা পটাই ল।

শেষৰ লানি আলোচনা শুনি অনিতাৰ বেয়া লাগিল। অনিতাৰ বুকুখন কঁপিছিল। বুকুত হাত দি ভাবিলে গিৰিয়েক প্ৰভাকৰ ফুকনৰ বাগিছাৰ অফিছত আকস্মিক ভাবে হাৰ্ট ফেইল হৈছিল। যদি তাই ও শেষ হৈ যায় ... নাই নাই তাই কেতিয়াও শেষ হব নোৱাৰে। তাই অন্ততঃ আৰু কেইটা মান বছৰ জীয়াই থাকিব লাগিব চন্দ্ৰমাক বুকুত সাৱটি অনিতাই হুক হুক কৈ কান্দিবলৈ ধৰোতে তিনি নম্বৰ বন্ধুৱা লাইনত কোনোবাই মৰ চিঞৰ মাৰিছিল ...

## ॥ চৌবিশ ॥

চৌকিদিঙি ৰাজ্যিক পৰিবহন নিগমৰ বাছ আস্থানত হীৰামনিক দেখি অনিতাৰ বুকুখন খোছ মাৰি ধৰা যেন লাগিল। নিশাৰ কথা বোৰলৈ মনত পৰি অনিতা শান্ত হল।

সচাকৈয়ে হীৰামনি ধুনীয়া ছোৱালী।

পকা অমিতাৰ তল ছোৱাৰ দৰে নিমজ ঠুটৰিটো ···

··· মধ্যক্ষীণা ...

বহল বুকুৰে যৌৱনা

ৰাজ হংসিনীৰ দৰে ধীৰ, গহীন ...

বাইনী বাৰী চাহ বাগিছাৰ এক বিভিষিকা ···

কাব্য কাৰৰ কাৰণে তাই অনুভূতিৰ উৎস ··

লেখক সাহিত্যিকৰ কাৰণে ভাব সাগৰৰ জোৱাৰ ···

নাট্যকাৰৰ কাৰণে এখন, পূৰ্নাঙ্গ নাটকৰ মূল চৰিত্ৰ হীৰামনি। হীৰামনি অনিতাৰ কাষলৈ আগ বাঢ়ি আহিল।

আহক মা। কমেও ডেৰঘণ্টা আছে।

মোৰ কথাবোৰ শুনিছাই নহয়?

নকব আৰু মা, মোক ভাস্কৰদাই সকলো কৈছে। দিবাকৰ দাদা এইদৰে তিৰোতা সেকৱা হব বুলি মই কল্পনাও কৰা নাছিলো।

মই শুছি আহিলো। তাত থকা হলে কিছুদিনৰ পিছত তাই মোক চৰালে হেতেন।

তেনেকৈ দুখ নকৰিব মা। ধন গৰ্ব্বত মানুহে পিতৃ মাতৃক চিনি নাপালেও ভগবানে দেখি থাকে। চিৰসুন্দৰ ভগবানৰ সৃষ্টিত আমাৰ হাত নাই। ভাস্কৰদাই আপোনাৰ বংশমৰ্য্যদা অক্ষুণ্ণ ৰাখিব।

অনিতাৰ বুকুত যোৱানিশাৰ চিনাকি কঁপনি। কি কয় ছোৱালী জনীয়ে। বংশৰ মৰ্য্যাদা বৰ কেনেকৈ? শোকে খুন্দা মাৰি ধৰিলে

অনিতাক। বৈ অহা বেদনাশ্রু মোহাৰি আনিলে হীৰামনিয়ে নেদে-খাকৈ। অনিতাই কলে।

বংশ মৰ্য্যদানো কেনেকৈ ৰব হীৰা?

ব্ৰাহ্মন সন্তান হৈ মাত্ৰ জাতিটোৰ কথাকে ভাবিলে নহব মা। ব্ৰাহ্মনৰ সন্তান জানো চিকিৎসক হোৱা নাই? ব্ৰাহ্মনৰ সন্তান জানো সৈনিক হৈ যুজিবলৈ যোৱা নাই?

গৈছে হীৰা। মই অন্য এটা কথা ভাবিছো।

কি কথা মা?

মোৰ ভাস্কৰ দিবাকৰৰ মাজত বুজা বুজিৰ অভাব হল। সিহতে কিয় বংশ মৰ্য্যদাৰ কথা ভাবিব পৰা নাই? মই দিবাকৰৰ হাতত অপমানিত হলো।

কলিত মাতৃৰ প্ৰতি মমতা শ্ৰদ্ধা ভক্তি হেৰাই যাব মা।

তাইৰ লগত কথা পাতি থাকোতেই বাছখন থিয় হলহি। ভাস্কৰে মাকক বহোৱাই আস্থানৰ চাহৰ দোকানত চন্দ্ৰমা আৰু হীৰামনিৰ লগত চাহ খালে।

তুমি বেয়া নাপাবা হীৰা। দাদাৰ পৰা মই চিৰদিনৰ কাৰণে আঁতৰি আহিলো। তুমি কেইদিন মান থকাকৈ যাবা। মায়ে আমাৰ কথা এতিয়ালৈকে একো গম পোৱা নাই।

অনিতাই বাছৰ পৰা দেখিলে। হীৰামনিয়ে ভাস্কৰক বেগৰ পৰা উলিয়াই টকা এজাপ দিলে। বাছখন যাবৰ সময় হল। হীৰামনিয়ে চন্দ্ৰমাৰ হাতত বিস্কুটৰ পেকেট এটা দিলে। মা মই যাওঁ, যাত্ৰা শুভ হওঁক বুলি তাই বাছৰ পৰা নামি গল। চলন্ত বাছৰ পৰা হাত জোকাৰি ভাস্কৰে বেদনাত জ্বলিছিল। জ্বলিছিল হীৰামনি ···

চন্দ্ৰমাই মাকৰ আসনৰ লগত ইয়াত বহোঁ তাত নবঁহো বুলি নিজৰ আসনতে বহি থাকিল। চলন্ত বাছত কোনোবাই চিগাৰেট হুপিছিল। চিগাৰেটৰ গোন্ধ পাই ধুমপায়ী সকলে নিজৰ জেপত হাত দিছিল। ভাস্কৰৰ লগত কথা বতৰা হবলৈ অনিতাৰ অসুবিধা হল। কাষতে

এগৰাকী বুঢ়ী নেপালী মানুহ বহিল। ভাস্কৰৰ কাষত চন্দ্ৰমা। ভাস্কৰৰ মনত পৰিছিল হীৰামনিলৈ। আৰু অনিতাৰ? অনিতাই নিভুৰ্ল ভাবে কৈ যোৱা হীৰামনিৰ কথাবোৰকে ভাবিবলৈ ধৰিলে। ব্ৰাহ্মনৰ সন্তান জানো চিকিৎসক হোৱা নাই। ব্ৰাহ্মনৰ সন্তান জানো যুজিবলৈ যোৱা নাই।"

এই কথাৰ আচল অৰ্থ কি হব পাৰে বাৰু? তাই কব খুজিছিল নেকি, বামুন বুলি লগুণ ডালকে দেখুৱাই থাকিলে নহব। প্ৰয়োজন হলে আজিৰ বামুনৰ লৰাই মনে মিলা বন্ধুৱা গাভৰু জনী বিয়া কৰাই লব। যুগৰ পৰিবৰ্ত্তন হল। কথাবোৰ ভাবি অনিতাৰ ভাৱনাৰ আঁত হেৰাই গল। মুৰটো ঘূৰুৱা যেন লগাত আসন খনত আঁওজি দিলে। টোপনি যাবলৈ চকু দুটা মুদি ধৰিলে।

ভাস্কৰে মাকৰ ফালে চাইছিল। আসনখনত আওঁজি মাক টোপনি গ'ল। মাকক সি আনন্দত ৰাখিবলৈ সদায় যত্ন কৰিব। নিৰ্মল মিলিয়ে ৰন্ধা ভাত এমুঠি খাবলৈ পালে ভাল পাব। নিৰ্মলক সি গৈয়েই কবগৈ হীৰামনিৰ কথা যাতে সি মাকক একোকে নকয়। যদি হীৰামনি কেতিয়াবা ওলাইগৈ তেতিয়া সি তাইক লৈ দিছপুৰৰ ফালে কোনোবা হোটেলত সাক্ষাৎ কৰিব।

হীৰামনি! তুমি মোৰ কাৰণে বহুত কৰিছা। হীৰামনিৰ কথা ভাবি সি চিটটোত আওঁজি টোপনি যাবলৈ চকু দুটা মুদি ধৰিলে।

এবাৰ আগলৈ এবাৰ পিছলৈ গৈ চন্দ্ৰমা বহি থাকিল। তাই ভাবিলে দিবাকৰ দাদাতকৈ ভাস্কৰদা ভাল। বৰষা নবৌজনীলৈ মনত পৰি তাইৰ হাঁহি উঠিল। লেন ধৰা শব্দবোৰৰ দুই এটা তাই মনতে আওঁৰালে।

বাছখন গৈ থাকিল। বিশ্বাস আৰু শঙ্কাৰে মানুহবোৰ টোপনি গ'ল। মৃতপ্ৰায় যাত্ৰীবোৰ বুকুত বান্ধি বাচখন গৈ থাকিল। মাক অনিতাৰ কুকুৰ টোপনি, ভাস্কৰ অচেতন। বাচখনৰ পিছৰ চিটত কোনোবা এজন যাত্ৰীয়ে মুখ মেলি শুইছিল। নাক আৰু মুখৰ পৰা

ওলোৱা কৰ্কশ শব্দটোত অনিতা সাৰ পাই গৈছিল। জাগীৰোডত ভাস্কৰ উঠিল। মুখখন ধুই চন্দ্ৰমাৰ লগত পুৱাৰ চাহ খাই আহিল। ক্ষন্তেক জিৰণি লৈ বাচখন পুনৰ চলিবলৈ ধৰিলে। গুৱাহাটী পাওঁতে চাৰে আঠ বাজিল। চন্দ্ৰমাই দিছপুৰৰ পৰাই গুৱাহাটীৰ দৃশ্যবোৰ চাবলৈ ধৰিলে। তাইৰ হীৰামনিলৈ মনত পৰিছিল। হীৰামনিয়ে কৈছিল— ইয়াত কামাখ্যা, উমানন্দ নামৰ মন্দিৰ আছে। অনেক জীৱ-জন্তু থকা চিৰিয়াখানাও আছে। গুৱাহাটীত থাকিব যেতিয়া সকলো বস্তু চাই থাকিব পাৰিব।

সিহঁত বাচৰ পৰা নামি অটো খনত উঠিল। ভাস্কৰৰ নিৰ্দেশ ক্ৰমে চালকজনে চলাই নিলে। অটোৰপৰা নমাৰ লগে লগে নিৰ্মল মিলি চিঞৰি উঠিল।

ঐ হীৰামনিক লৈয়ে আনিলি নেকি ?

ভাস্কৰে লাজত দাঁত কামুৰি ধৰিছিল। নিৰ্মল নীৰৱ হৈ পৰিল। হীৰামনিৰ কথা একো নকবি বুলি ভাবোতেই সি চিঞৰি দিছিল। অনিতাই নিৰ্মলৰ কথা বুজিব পাৰিছিল। হীৰামনিৰ কথা গুৱাহাটী মহানগৰীত জৰি দিয়েই শুনিব লগা হোৱাত ভাল নালাগিল।

এইয়া মোৰ মা নিৰ্মল। এইয়া মোৰ একমাত্ৰ ভনী চন্দ্ৰমা।

নিৰ্মলে নমস্কাৰ জনালে। অনিতাই হাঁহি মুখে প্ৰতি নমস্কাৰ জনালে। ভাস্কৰ দম্পতি সেইদিনা ঘৰত নাছিল। মাক বহাৰ লগে লগে চুবুৰীৰ তুগৰাকী মানুহ আহি পৰিচয় হলহি। ডিগবৈ তেল নগৰীৰ বঙলাত দামী পৰ্দাৰ আঁৰত অভিজাত্যৰ গোৰামী আছে ; ইয়াত মানুহ আছে। মানুহে মানুহক ভাল পায়। ভাল লাগিল অনিতাৰ। নিৰ্মলে মানুহ তুগৰাকী যোৱাৰ পিছত ভাস্কৰৰ মাকক পুৱাৰ আহাৰ দিলে। অস্বস্তি বোধ কৰিছিল যদিও প্ৰবাসে নিয়মং নাস্তি বুলি অনিতাই লুচিৰ পিৰিচখন কাষ চপাই আনিছিল।

মই আক যধে মধে নাখাও মিলি। আপুনি মোৰ ল'ৰাৰ নিচিনা। চাহ লুচি খাইছোঁ। ভাত কেইটা কিন্তু মই নিজেই বান্ধি খাম।

মোক আপুনি নির্মল বুলিয়ে মাতিব। মোৰ হাতৰ ৰন্ধা ভাত মুঠি কিমান যে মিঠা নালাগিব। আপুনি চিৰদিন আমাৰ লগতে থাকিব মা। মই বিস্নাত দেখি মাক লৈয়ে আনিলি বুলি কৈছিলো।

অনিতাই ভিডিটো ভাঙি কৈছিল। থাকিম। মই সদায় ইয়াতে থাকিম। মিলি আঁতৰি গৈছিল। স্বাস্থ্যবান মিৰি ডেকা নির্মল মিলি ধুনীয়া ল'ৰা। মাত কথাবোৰ মিঠা। সি কম দুষ্ট নহয়। হীৰামনিক লৈয়ে আনিলি বুলি সি চিঞৰিছিল। মাৰিলে জীয়া কাঁকিটো। সি হেনো কৈছিল মাক লৈয়ে আনিলি নেকি বুলি··· তাৰ কথা ভাবি অনিতাৰ হাঁহি উঠিল। সিকালে চৌকাটো মচি ভাস্কৰে পৰিষ্কাৰ কৰি দি ক'লে।

মা। মিলি আৰু মোৰ বাহিৰে আমাৰ চকত কোনেও ৰন্ধা নাছিল।

পিছে কি হ'ল?

ইয়াতে তুমি ৰান্ধিবা আমি সকলোৱে খাম।

ভাস্কৰৰ কথাত মাকে হাঁহিলে। হাঁহিটো গিলি অনিতা ভাৱ সাগৰত ওপঙি থাকিল। ইয়ালৈ জানো হীৰামনি অহা নাছিল? ইয়াতেই থাকিব লাগিব; পাৰিব জানো? হীৰামনিক লৈ অনিতা মহা চিন্তাত পৰিল। হীৰামনি যে হাজাৰীৰ ছোৱালী নহয় এই কথা দোহাৰি চাবৰ মন গ'ল তাইৰ। কিন্তু অসমীয়া সমাজখনে জানো হীৰামনিক ব্ৰাহ্মণ কন্যা বুলি স্বীকৃতি দিব····· জন্মনি জীয়াই নাথাকিল কিয়?

## ॥ পঁচিশ ॥

গভীৰ কুঁৱাত আবদ্ধ হৈ পৰা বেংটোৱে বৃত্তাকাৰে ঘূৰি ঘূৰি পৃথিবীখন সিমানখনেই বুলি ভবাৰ দৰে অনিতাইও কোম্পানীৰ বঙলাটো বৰ ডাঙৰ কিবা এটা বুলি ভাবিছিল। পৃথিবীখনত ইমান মানুহ আছেনে? মহানগৰীত ইমানবোৰ মানুহৰ মাজত থাকিবলৈ

পোৱাটো ভাগ্যৰ কথা। ঘড়ীটোৰ পেটৰ ভিতৰত অসংখ্য সুক্ষ্ম অংশবোৰ থকাৰ দৰে মানুহৰ মনটোৰ ভিতৰত বহুত কিবাকিবি আছে। খুলি নকলে পেটৰ কথা জানিব নোৱাৰি। প্ৰথমে অহাৰ দিনাই অনিতাক চাবলৈ বকৰানী আহিছিল। সেই বকৰানী মাজে সময়ে আহি আছে যদিও অনিতা যাব পৰা নাই।

সেইদিনা নিঃসঙ্গ ঘৰখনত অকলে অকলে শুই থকা অনিতাক বকৰানীৰ কাম কৰা ল'ৰাটোৱে মাতি নিলেহি। অনিতা গৈছিল। বকৰানীৰ ল'ৰা-ছোৱালী চাৰিটা। বকৰানীকে ধৰি তিনিজনী মাইকী মানুহ। তেওঁলোক বোৱাৰী নেকি বুলি সোধাত কলে।

এওঁলোক মোৰ ছোৱালীহে।

ল'ৰা?

ল'ৰাৰ মুখ নেদেখিলোঁ। ডাঙৰ ছোৱালীজনী ডাঃ হৰবন সিঙৰ লগত বিয়া হ'ল। সৰুজনী মেজিষ্ট্ৰেট জগন্নাথ মিশ্ৰৰ লগত বিয়া হ'ল। এই কেইটা নাতি নাতিনী। মই আপোনাৰ দৰেই বিধবা।

অনিতাৰ সুধিবৰ মন গৈছিল। পঞ্জাবী মানুহজনলৈ নো ডাঙৰজনী ছোৱালী কিয় দিব লগা হ'ল। কিন্তু নুসুধিলে। বকৰানীয়ে নিজেই কলে।

আমি কলিতা মানুহ। নগৰত জাতৰ কথাকে ধৰি থাকিব নোৱাৰি। ছোৱালীয়ে ভাল পাই বিয়া কৰালে কৰিম কি? আপোনাৰ বোৱাৰীক কিন্তু চাহ বাগানৰ বনুৱাৰ ছোৱালী বুলি ধৰিব নোৱাৰি দেই।

মোৰ বোৱাৰী!

অঁ আপোনাৰ ভাস্কৰৰ কথা কৈছোঁ।

সৰুৰে পৰা চিনাকি; এতিয়া বিয়া নকৰালেই ভাল। প্ৰথমতে ডাক্তৰ হৈ লওঁক। তিৰোতা এজনী আনিলে ইটো সিটো বহুতেই অসুখ ওলাব নহয়। নে কি কোৱা আইজনী?

হয় আপুনি ঠিকেই কৈছে। আহকচোন। আপোনাক আমি কিন্তু আলহী বুলি ধৰা নাই।

অনিতা হাঁহি হাঁহি খোৱা মেকখনৰ ফালে আগ বাঢ়িল। অনিতাই ভাবিলে, প্ৰতিবেশীৰ লগত সাৱধানে চলিব লাগিব। কিবা এটা বেয়া মন্তব্য দিলে ইহঁতে হয়তো ভাস্কৰৰ কাণতো পেলাব। প্ৰথম বাৰলৈ অহা মানুহ গৰাকীক মজদুৰ কন্যাৰ কথা নোকোৱা হলেও হলহেঁতেন। পিৰিছখনৰ পৰা সৰু মিঠাই এটা তুলি মুখত দিওঁতেই সৰু ছোৱালী জনীয়ে কলে।

আমি দুয়োজনীয়ে অ'মেন কলেজত শিক্ষকতা কৰো। আমাৰ ভাই-ককাই নাই। সেয়েহে আইৰ ঘৰতে আছো। আপুনি ভাগ্যৱতী। বাগানত থাকি ল'ৰা দুটা মানুহ কৰিলে। দিবাকৰ-ভাস্কৰ সচাকৈয়ে দুটা সূৰ্য্য। ভাস্কৰক আমি বৰ ভাল পাওঁ। ল'ৰা-ছোৱালী হাল মিলিছে। হীৰামনিয়ে আমাৰ ঘৰত ভাত খাই গৈছে।

সৰু ছোৱালীৰ কথাত অনিতাই হাঁহিছিল। সেই হাঁহিমুখীয়া মানুহজনীৰ অন্তৰত কিহৰ জুই জ্বলিছিল কলেজৰ শিক্ষয়িত্ৰীয়ে বুজিব পৰা নাছিল। অনিতা চাহ তামোল খাই ঘূৰি আহিল। গেটৰ মুখৰ পৰাই খিলখিলকৈ কোনোবাই হঁহা শুনি অনিতা বৈ গ'ল। হীৰামনি আহিল নেকি? ভয়ে ভয়ে আগবাঢ়িল অনিতা। ড্ৰইংৰূমত প্ৰৱেশ কৰাৰ লগে লগে বহি থকা ছোৱালীজনীয়ে মাত লগালে।

আইতা ভালনে? মোক চিনি পাইছেনে বাৰু?

নাই পোৱা। তুমিনো কোন?

আপোনাৰ বোৱাৰী বৰষা আমাৰ সৰু মাহী। মই এওঁৰ লগত একেলগে পঢ়ো।

ইয়াত ক'ত থাকা? অনিতাই সুধিলে।

হোষ্টেলত। আপুনি কিমান দিন থাকিব?

কথাপাতি থাকোতেই মিলিৰ স্কুটাৰৰ শব্দ শুনা গ'ল। কাষতে বহি থকা ভাস্কৰৰ পিঠিত হাত দি ইলিমাই অনিতাৰ পুৰণি অন্তৰত খলকনি লগাই কলে।

তুমি মোক স্কুটাৰত নি থৈ আহিব লাগিব কিন্তু মই চিটি বাচত নাযাওঁ।

যা থৈ আহগৈ। অনিতাই দৃশ্যটো দেখি সহজ হবলৈ চেষ্টা কৰিলে। মহানগৰীৰ ডেকা গাভৰু অনিতাৰ অন্তৰত ন-পুৰণিৰ টনা আজোৰা। হীৰামনিৰ বদলি ইলিমাকে বিয়া কৰাব নেকি? মাকজনীৰ আগতে সেইদৰে গাভৰু ছোৱালী এজনীয়ে হাত দিয়াত অনিতা আচৰিত হৈ বহি থাকিল। কোন ভাল? হীৰামনি নে ইলিমা? হীৰামনি বস্তুৱা গাভৰু হলেও গুণৱন্তী···ইলিমা বামুণৰ ছোৱালী হলেও বৰবা বংশৰ··· ছিঃ ভাই নাচনীয়ে বাৰু কিয় মিছা কথাবোৰ লগাইছিল। বোৱাৰীয়েকৰ গালৈতো ভাই চাহৰ কাপোটো মাৰি পঠোৱা নাছিল।

অনিতাৰ পৰা বিদায় লৈ ইলিমা গুছি গল। ভাস্কৰৰ পিঠিত সোঁ হাতখন দি ভাই স্কুটাৰত উঠি গ'লগৈ।

নিৰ্মল মিলিক চাহ খাবলৈ দি অনিতাই চন্দ্ৰমাৰ চুলি কোচা কৰিয়াই দিলে। সন্ধিয়া সাত বজাত ভাস্কৰ ওলালহি। ভাস্কৰে দেখি কৰাত অনিতাই বেয়া পোৱা নাই। ইলিমাৰ লগত আগতে এনেকৈ কুৰা চকা কৰে নেকি নিৰ্মল মিলিক সুধিম বুলিও সুধিব নোৱাৰিলে। গুৱাহাটীতে থাকিব লাগিব যেতিয়া। সকালো দেখি থাকিব। হীৰামনিক লৈ ইমান আগবাঢ়ি গ'ল যেতিয়া প্ৰতিবেশী সুখী হোৱাটোৱেই ভাইৰ সুখ। ভাস্কৰৰ আনন্দই ভাইৰ আনন্দ হব·· কথাবোৰ ভাবি ভাবি অনিতাই চাউলৰ ধান বাচিবলৈ ধৰিলে। মিলিৰ লগত ভাস্কৰ পঢ়াত ব্যস্ত হৈ পৰিল।

নিশা দহ বজাত ভাত পানী দি আজৰি হৈ অনিতা শুই থাকিল। যদি ঈশ্বৰ এক হয় আৰু আত্মা এক হয় তেনেহলে অস্পৃশ্যতাৰ কথা ভাবি লাভ কি ···

বাতিপুৱা সোনকালে উঠি মিলি আৰু ভাস্কৰে পঢ়া শুনা কৰে। মাক অহাৰ পৰা পঢ়া ভাল হৈছে বুলি মন্তব্য দিয়াত অনিতাৰ ভাল লাগিল।

পিছদিনা কলেজৰ পৰা আহি ভাস্কৰ ডিব্ৰুগড়লৈ যাবলৈ ওলোৱাত মাকৰ বুকুখন কঁপি উঠিল। বিশেষ কামত যাম বুলি কোৱাত দ্বিতীয় বাৰ প্ৰশ্ন নকৰিলে। নৈশ বাচত গৈ ভাস্কৰে, হীৰামনিক আইৰ ভাড়া ঘৰতে লগ ধৰিলে। কামলৈ যাবলৈ ওলোৱা সময়তে ভাস্কৰক দেখি তাই অফিছ নকৰাটোকে সিদ্ধান্ত কৰিলে। ভাস্কৰে কলে।

কমেও দুদিনৰ কাৰণে কেজুৱেল ছুটী লোৱা।

কিয়? গুৱাহাটীলৈ যাব লাগিব নেকি?

ভাস্কৰে তাইক সকলো কথা বুজাই কলে। আমি গুৱাহাটীত থাকিব লাগিব। 'ডাঃ আগৰৱালাই ঘৰটো আশী হাজাৰ টকাত বিক্ৰী কৰিব খুজিছে। আগৰৱালা গোৱালিয়ৰলৈ বদলি হৈ গৈছে। দুকঠা মাটিৰে ঘৰটো আশী হাজাৰ টকাত পোৱাটো সপোনৰ কথা যেন হৈছে।

বুজিছো কিন্তু ইমান বোৰ টকা ক'ত পাব?

মোৰ নামত থকা আঠ বিঘা মাটি বিক্ৰী কৰি দিম

কিমান পাব?

আঠচল্লিশ হাজাৰ।

বাকী খিনি?

হব বাৰু, এতিয়া ওলোৱা; মাটি খিনি বেচাৰ ব্যৱস্থা কৰোহঁক।

তাই ভাস্কৰক বাধা নিদিলে। তাৰ নিৰ্দ্দেশক্ৰমে তাই দুদিনৰ কেজুৱেল লৈ গাড়ী এখন ভাড়া কৰি ৰঙা বাৰীলৈ লৈ গুচি গল। পিছৰ চিটত বহি সিহঁতে মাক আৰু চন্দ্ৰমাৰ কথাকে ভাবি গৈছিল। টেক্সী ষ্টেণ্ডত ৰখা সন্দিকৈক দেখি হীৰামনিয়ে গাড়ীখন ৰাখিবলৈ কলে।

আৰে হীৰা কোন ফালে যোৱা?

তুমি কোন ফালে যাবা?

বেত বাৰীলৈ

তেতিয়া হলে আমাৰ গাড়ীতে⋯হীৰামনিয়ে ভাস্কৰলৈ চালে।

আহা। সিফালে পাচ কিলোমিটাৰহে থৈ আহিম গৈ বাৰু।

ভাস্কৰৰ আহ্বানত স্বপ্না সন্মিকৈ উঠি হীৰামনিৰ কাষতে বহিল। ভাস্কৰক স্বপ্নাই কলে।

তুমি আৰু মোক এনেয়ে দেখিব নোৱাৰা।

ক'ভা মইতো কোনো দিনে কথাপতা নাই। বেতবাৰীতনো কোন আছে ?

মা মাইঁত আছে নহয়। জয়াবাৰীত তোমালোকৰ বহুত মাটি আছিল নহয় ? তোমাৰ দাদাৰে আঁঠ বিঘা মাটি বেচিলে। মাটিবোৰ ভাগ হল নেকি ?

স্বপ্নাৰ কথাত ভাস্কৰ আৰু হীৰামনি উভয়েই আচৰিত হল।

মাটি বেচিলে ? সি কেনেকৈ মাটি বেচিব ? মাটি মোৰ নামত আছিল। কোনে কিনিলে কব পাৰাণে ?

কোনোবা ডাক্তৰ এজনে কিনিলে।

মই ইয়াৰ ওপৰত প্ৰতিশোধ ল'ম।

দুপৰীয়াৰ জলন্ত সূৰ্য্যৰ দাবে ভাস্কৰৰ মুখত উত্তেজনাৰ প্ৰবল বক্তছাপ··· স্বপ্নাই ভাবিলে হে মহা সূৰ্য্য ! তুমি খহি পৰি পৃথিবীখন শেষ কৰি দিয়া। অন্যায় অনীতি বিচ্ছেদ বেদনা সকলো পুৰি ছাই হৈ যাওঁক···

জয়াবাৰীত সিহঁতৰ মাটিৰ কাষত গাড়ীখন থিয় হলগৈ। ইটা আৰু বালিৰ দমবোৰ দেখি ভাস্কৰৰ অন্তৰত প্ৰতিশোধৰ বহ্নী জলি উঠিল ..

তাৰ নিৰ্দ্দেশক্ৰমে গাড়ীখন বেতবাৰীৰ ফালে আগ বাঢ়িল। চলন্ত মটৰত স্বপ্নাই ভাস্কৰক উদ্দেশ্য কৰি কলে।

তোমাৰ নামত থকা মাটি জাল কৰি বেছিছে চাগৈ। কাগজ পত্ৰবোৰতো লাগিব। সেইবোৰ কাৰ হাতত আছে ?

মাৰ হাতত আছিল।

তুমি ইয়াৰ মাটিত ঘৰ সজাৰ কথা ভাবিছিলা নেকি ?

সচা কথা কৈছো স্বপ্না বাইদেউ। গুৱাহাটীত মই ঘৰে মাটিয়ে

কিনিবলৈ সুবিধা এটা পাইছিলো। সি বাক এনেকৈ দুৰ্নীতি কৰিব লাগেনে ?

তোমাক নো কিমান টকা লাগিব ?

আশী হাজাৰ।

মোৰ পৰাই লোৱা ভাস্কৰ। মোৰ হাতত থকা টকা খিনি কত খৰছ কৰিম ? আজি ন মাহেও ভাবি উলিয়াব পৰা নাই।

স্বপ্নাৰ চকুত চকুলো। ক্ষন্তেক নীৰৱতা। সেই নীৰৱতা ভঙ্গ কৰি সুধিলে।

সেইদৰে কিয় ক'লা বাইদেউ ? দেশে দেশে তিৰোতা পালেও ককাই ভাই পাবলৈ নাই মই জানো। কিন্তু

কিন্তু আৰু কি হব পাৰে ভাস্কৰ। মই সকলো জানো, বৰঘাৰ উৎপাতত থাকিব নোৱাৰি তোমালোক সকলো আঁতৰি পৰিছা। তোমাৰ এই মহৎ কাৰ্য্যৰ কাৰণে মোৰ টকা খিনিকে লোৱা।

কিবা চুক্তি থাকিব নেকি ? সেই চুক্তিত বাৰু আমাৰ কিবা হানি বিঘিনী হব নেকি ?

নিঃস্বাৰ্থ ভাবে ললে তোমালোকৰ একো অনিষ্ট নহয়। এইয়া মোৰ জেদ, ত্যাগ অশ্লীল ভাষাৰে কৰলৈ গলে মই তোমাৰ দাদাৰ জীয়াই থকাটোকে বিচাৰো ভাস্কৰ।

বুজা নুবুজা সাথৰৰ মাজত সোমাই ভাস্কৰৰ মুখখন পশ্চিমাকাশত সৰি পৰিব খোজা মুনি চুনি বেলিটোৰ দৰে ৰক্তিম হৈ পৰিল। দিচাং নদীৰ দলংখন অতিক্ৰম কৰি গাড়ীখন ৰ'ল। চুক্তিৰ কথা চিন্তা কৰিয়ে ভাস্কৰে গাড়ীখনৰ ভাড়া দি এৰি দিলে।

আহা ভাস্কৰ। এই গছ জোপাৰ কাষতে বহি অলপ কথা পাতো। তোমাৰ দাদাৰক যে মই ভাল পাইছিলো, তেতিয়া বুজিব পৰা নাছিলা যদিও এতিয়া নিশ্চয় বুজিবা। কাৰণ তুমি জীৱাময়িক বিদ্যা কৰাবা.. তোমাৰ দাদাৰে মোক ভাল পাঁও বুলি শেষত গৈ প্ৰতাৰণা কৰিলে। মা দেউতাৰ লগত দক্ষিণ ভাৰতত ফুৰিবলৈ যাওঁতেই

তোমাৰ দাদাৰে ৰত্নযাক কামাখ্যাত বিয়া কৰালে। ৰত্মা কি তুমি নাজানা ভাস্কৰ। ৰত্মা হল থবাং বত্তৰ কেইটোপাল মান অশ্রুৰ্ বৰষুণ...আকাশ মাৰ্গতে হেৰাই যাব খোজা ৰৰষুন তাকে পৃথিৱীৰ একো হিত সাধন নকৰে ভাস্কৰ। ৰত্মা প্ৰতাপ দাসৰ বাকদত্তা।

বাইদেউ!

তুমি আচৰিত নহবা। মোৰ হাতত প্ৰমাণ আছে। ৰত্মাক পালে মই চোৱাই নেপেলাও। জন্ম মৃত্যু বিবাহৰ কথা কোনেও নাজানে। কিন্তু মই দিবাকৰদাক ভাল পাইছিলো। দিবাকৰে যিয়েই অন্যায় নকৰক লাগে ভাস্কৰ, দিবাকৰক মই জীয়াই থকাতো কামনা কৰো...

স্বপ্না বাইদেউ।

অধৈৰ্য্য হৈ পৰিবাই। দিবাকৰ তোমাৰ জ্যেষ্ঠ ভাতৃ। প্ৰতাপ দাসে চলে বলে কৌশলে দিবাকৰক হত্যা কৰি ৰত্মাক এনিশাৰ কাৰণে হলেও পত্নী বুলি স্বীকৃতি দিব। তুমি তোমাৰ মাটিৰ প্ৰাপ্যধন মোৰপৰা লৈ আঁতৰি যোৱাঁগৈ। জাত আৰু বংশ মৰ্য্যদাৰ কথা ভাবি মোৰ নিছিনা একজনী নাৰীক জীবন্তে বধ নকৰিবা। মোৰ ভালপোৱাত ভুল হোৱা নাই। তুমি প্ৰশ্ন নহয়, পৰীক্ষা নহয়, তুমি নিজেই উত্তৰ ভাস্কৰ। তোমাৰ প্ৰেয়সী হীৰামনিৰ মুখলৈ চোঁৱা। মই তোমাৰ দাদাৰ লগত শেষ মুহূৰ্ত্তত মিলি যাম। তেওঁক মই জীয়াই ৰাখিম। কিন্তু এইটো ঠিক যদিহে তুমি মোৰ লগত একমত নোহোৱা, তেতিয়াও মই পিছলৈ নাযাওঁ। তেতিয়া মই চুক্তি কৰিম প্ৰতাপ দাসৰ লগত

হীৰামনিয়ে ভাস্কৰলৈ চালে। সি খপকৰে হীৰামনিৰ সংকেত পাই কৈ দিলে।

ঠিক আছে, মই তোমাৰ লগত এক হৈ গলো। তুমি দিবাকৰৰ মন ৰমজু খুই পথালি জীয়াই ৰাখিব পাৰা যদি মোৰ একো আপত্তি নাই। সি পুত্ৰ হৈ মাতৃ মমতা বুজি উঠক। মই যে চাইকেল দোকানৰ মজদুৰিৰ টকাৰে তাক পঢ়াৰ খৰছ দিছিলো সি অন্ততঃ মনত পেলাব

পাৰিব। কিন্তু বাইদেউ। তুমি ইমান টকা পাবা কত আৰু কেনেকৈ দিবা?

তুমি আজি নিশ্চয় থুৰি গৈ হীৰামনিৰ ঘৰতে থাকিবালৈ। নাথাকিবা জানো?

থাকিম।

মই কালিলৈ আবেলি এখন বেঙ্ক ড্ৰাফট দিম। তুমি নিশাৰ বাচত যাবগৈ পাৰিবা। যোৰহাটৰ প্ৰতিখন কটো ষ্টুদিয়তে বৰথা আৰু প্ৰতাপৰ ফটো আছে। দিবাকৰে বাৰু কিয় তাইক এৰি দিয়া নাই···

এইয়া মোৰ টকা। তুমিতো জানা মোৰ দুজনী ভনী উঠন গাভৰু। মোক বিয়াদি সিহঁত দুজনীক বিয়া দিয়াৰ কথা ভাবিছিল। আনে মোক বিয়া কৰালেও, মই বিয়া নহও। দেওভাই থওতে মোৰ গালৈ এই বিয়াৰ খৰছখিনি দলিয়াই দিছিল···

মোক কিয় দিবলৈ ওলাইছা বাইদেউ?

তোমাৰ মাটিখিনি বেচাৰ দিনা মই সাক্ষী আছিলো ভাৰৰ।

দিবাকৰক ভাৰৰ বুলি পৰিচয় দি তোমাক শত্ৰু বুলি ভাবিছিলো। চাৰিশ কিশ ধাবাত পৰি দিবাকৰৰ লগত একেটা গড়ালত সোমাই প্ৰেম পীৰিতি কৰিবলৈ যোৱাৰ আগতে তোমাক মই ভাতৃ বুলি সাবটি ধৰিলো। পৃথিবীত ডেকা গাভৰুৰ বিয়াবোৰ নিজ বাচনীত থাতে হয় সেয়ে মোৰ কামনা··

মই যি দোষ কৰিলো ক্ষমা কৰিবা বাইদেউ।

মোৰ বিশ্বাস, বৃদ্ধা বয়সত হলেও মই দিবাকৰক লগ পামগৈ। তুমি একো দোষ কৰা নাই। মই বুজিছো ভাৰৰ। চাইকেল মেৰামতি কৰি মজুৰি ধনেৰে তুমি দিবাকৰক বি ই কৰিলা। তাৰ এটা চাকৰি হোৱাৰ পাছত ধুমধামেৰে বিয়া এখন পাতিবলৈ কাৰনো মন নাযাব। কিন্তু হঠাৎ মোক দেখি গৈছিলা···তোমাৰ খং উঠিবই। মা বে পুৰণি মানুহ···সেই পুৰণি অন্তৰত জানো নতুনবই ঠাই পোৱা নাই···একিয়া

তোমালোক যোৱাগৈ ভাস্কৰ। ভাবিছিলো মামাহঁতৰ ঘৰলৈ লৈ যাওঁ, কিন্তু নিনিও। গাড়ীখনতে শুছি যাব পাৰিলাহেঁতেন। কিন্তু গাড়ীখন ৰাখি এইবোৰ কথা পাতিবলৈ মন নগল। মামাহঁতে লগ পালে বেয়া কথা শুনাব পাৰে। সৌ মেটাদৰখনতে যোঁৱাগৈ।

স্বপ্নাই সংকেত দিয়াত গাড়ীখন ৰ'ল। মেটাদৰত উঠি সিহঁত ডিব্রুগড়লৈ ঘূৰি আহিল…

## ॥ চাবিশ ॥

মাজ নিশা সাৰ পাই ভাস্কৰে ৰ লাগি চাইছিল। বহল পালেংখনত ওখ গাকটোত হীৰামনিৰ লাল কাল টোপনি। ঘন ক'লা চুলিটাৰিৰ মাজত মাখন বোলীয়া মুখখন জিলিকি পৰিছে। তাৰ কৈ দিবৰ মন গল, অসবর্ণ বিবাহ পাতি পাঁচ হাজাৰ টকা লোৱাৰ আগতে যদি ধৰা পৰি যাওঁ কি কৰিবা হীৰা… তাই হয়তো ভাস্কৰৰ অদৃশ্য মুখখনৰ কথাকেই ভাবিছিল। সি লাহেকৈ চুমা এটা খাই দিওঁতে তাই বেৰৰ কাষলৈ বাগৰি দিছিল। বুর্ব্বক পেইন্টাৰে পকী বেৰ খনত ভুলকৈ ৰং দিছিল। যোৱা নিশা সিহঁতবো যে ভুল হৈ গল… হীৰামনিয়ে বৰ ভয় কৰিছিল……

ভয় আৰু শঙ্কাৰে নিশাটো পাৰহৈ গল। মুহূর্তবোৰ হাতত ধৰা ধৰিকৈ ঘড়ীটোৰ ডায়েল খনত ঘূৰি ঘূৰি পাৰ হৈ গল। ভাস্কৰে হীৰামনিক সুধিলে।

তুই বাজিলেই। আবেলি বুলি কলে কেই বজালৈকে থাকে বাৰু?

কথাৰ কথাবোৰ পাগলীৰ প্ৰলাপ যেন লাগিছিল। তাই কিজানি বিজেন্দ্ৰ বেদনাত একেবোৰ কথাকে ভাবি ভাবি পাগলী হৈ পৰিছে।

যদিও পাগলী হল তথাপিও কেইটামান গোপন সত্য কথাই তাইক সুস্থ বুলি দাবী কৰিছে হীৰা।

টকা যি আমাকেই কোনো ঠাইত ডকাইটি কৰিছে বুজি যদি ধৰাই দিয়ে ? মোক আঁতৰাই মোৰ ঠাইত যদি স্বপ্না বহি যায় ?

সেইবোৰ বাদ দিয়া। এতিয়া কৌৱা আবেলি বুলি কলে কেইটা বজালৈকে বব লাগিব ?

হীৰামনিয়ে মুখ মেলোতেই মটৰ এখন বৈ গলহি। সিহঁত উভয়েই কথা পাতি বহি থাকিল। স্বপ্না আহি বেতৰ চকীখনতে বহি কলেহি।

বেঙ্কৰ কাম; দুই বজাৰ লগে লগে কামবোৰ কৰি থাহিবে থাহিবে আহিছো! এইয়া লোঁৱা আশী হাজাৰ টকাৰ বেঙ্ক ড্ৰাফট বন্দবস্ত নোহোৱাকৈ টকা উইড্ৰ নকৰিবা। নবৈৰ দিনৰ ভিতৰতে টকা লব পাৰিবা। টিকেট কৰিলানে নাই ?

নাই কৰা।

নোযোঁৱা নেকি ?

কালিলৈ যাম।

হীৰামনিও যাব নেকি ?

নাযায়।

ঠিক আছে। চাহ তাহ কি আছে দিয়া। মই এতিয়া যোৰহাটলৈ যাম।

যোৰহাটলৈ কিয় ?

প্ৰতাপ দাসক লগ ধৰিব লাগিব।

তালৈ কিয় যাবলৈ ওলাইছা নবৌ ?

ড্ৰাফটখন পোৱাৰ লগে লগে তুমি মোক নবৌ বুলি মাতিছিলা। তোমাক মই এইদৰে জব্দ কৰিম বুলি ভবা নাছিলো। তুমি মোৰ ডেৰৰ হৈ পৰিলা। প্ৰতাপ দাসে যাতে কোনো বিকল্প পন্থা হাতত লব নোৱাৰে তাৰ আগতে তেওঁৰো হাত মুখ বান্ধি পেলাব লাগিব।

তোমালোকৰ ভাল পোৱা ইমান গভীৰ নবৌ... ইমান বোৰ কৰিবলৈ যাওঁতে কেতিয়াবা খং হুঠেনে নবৌ ?

সীতাক বাবণে লৈ গৈছিল, সীতা যোৱা নাছিল। তেনে এটা

দুই চকুৰেই দিবাকৰৰ চকুত কাপোৰ বান্ধি দিছিল। বৰষা ধুমুহাৰ আগৰ কেইটোপ মান বৰষুণ। প্ৰতাপ প্ৰতিশোধৰ এক জলন্ত প্ৰতীক। আৰু মই কি জানা? মই একোৱেই নহয়। মোৰ জেদী নিঠুৰ মনটো আইচ ক্ৰীমৰ দৰে গলি গল। যোৰহাটৰ এখন হোটেলত চাহ খাওঁতে আকস্মিক ভাবে প্ৰতাপ দাসক লগ পাইছিলো। কাষ-মেজত প্ৰতাপ দাসে সঙ্গী জনৰ লগত ৰবষাৰে কথা পাতিছিল। কৈছিল। স্বপ্নাক প্ৰতাৰণা কৰি ৰবষাক গোপনে বিয়া কৰোৱা দিবাকৰক সি প্ৰতিশোধ লৈহে এৰিব। কথাবোৰ শুনি স্বপ্না সন্দিকৈ মুয়েই বুলি আগ বাঢ়ি গৈছিলো। মোক জোৰেৰে মিঠাই এক প্লেত খুৱাই কথা পাতিছিল। ভিতৰৰ কেৰিন এটালৈ মোক মাতি নি কথাবোৰ কওঁতে ভয় লাগিছিল। আঁঠ ইঞ্চিৰ ভেগাৰখন মেজত থোজ মাৰি, এইখন দেখিছা মই দিবাকৰক শেষ কৰি দিম ·· মই ভেগাৰখনৰ দুদোল্যমান নৃত্যৰত হেন্দেল দালৈ দৃষ্টি ৰাখি আতংকত চিঞৰি উঠিছিলো.. দাস মোৰ যে একো লাভ নহব ..

সেইদিনাই মোৰ মত সলনি কৰিছিলো। ছলেবলে কৌশলেৰে মই দিবাকৰক জীয়াই ৰাখিম ·

সি স্বপ্নাক সাৱটি ধৰিলে। হুক হুক কৈ কান্দিৰ ধৰা ভাস্কৰৰ মুখত হাত বোলাই কলে।

আমি আজি তিনিও মিলি দিবাকৰৰ পৰমায়ুৰ কথা ভাবিছো। এইদৰে ভগবানে জীৱক ৰক্ষা কৰি আছিছে। ৰূপ যৌৱন ঐশ্বৰ্য্যৰ কথা ভাবি প্ৰিয়জনৰ বুকুত ছাতুৰী মৰা মানুহবোৰে ভগবান আছে বুলি মাত্ৰ বিপদৰ সময়ত হে ভাবিব পাৰে। মই যাওঁগৈ দেই ছীবা, মই আহিলো...

স্বপ্না সন্দিকৈ সিইতৰ পৰা বিদায় লওঁতে কান্দিছিল। চকু দুটা ওখহি পাৰিছিল। শেষৰ কথা কেইটা ভেজমগুহত ভেজা দি ওলাই আহিছিল। স্বপ্না গুচি গল। দন্নাৰাণীৰ দৰে তাই কামবোৰ কৰি সিইতক বিস্মিত কৰি তুলিলে। সিইতে ভৱাৰ দৰে স্বপ্নাৰ মস্তিষ্কৰ

কোনো বিকাৰ হোৱা নাছিল। স্বপ্নাই দিবাকৰক ভাল পায় দিবাকৰক থেদি অহা মৃত্যুবান বুকু পাতি লবলৈ তাই প্ৰস্তুত।··

প্ৰেম আৰু মৃত্যুৰ কাৰণে মানুহৰ জীৱন। ভাল পাওঁ, ভাল পাই যাওঁ, ভাল পোৱা, পাহৰি নাযাবা। কিছুমান শব্দৰ টুকুৰাই মানুহৰ অন্তৰত প্ৰশান্ত সাগৰৰ জোৱাৰ তোলে সামান্য শব্দ ব্ৰহ্মত উন্নতি থাই কোনোজন ক'ৰবাত হামখুৰি খাই পৰে। একোটা কথাই কাৰোবাৰ অন্তৰত বাগী কুঠাৰ মাৰে। ৰমণীৰ টোপেৰে প্ৰলোভন দেখুৱাই মৎস্য চিকাৰীয়ে পানীৰ মাছ বামলৈ চিপমাৰি আনৰ দৰে কোনোবাই কাৰোবাক প্ৰতাৰণাৰ জুইত পুৰি খায়। বিচ্ছেদ বেদনাত চীৎকাৰ কৰি কোনোবাই মাত্ৰ চিঞৰি চিঞৰি কয়, অতীতক পাহৰি যোঁৱা স্বপ্নাও গভীৰ নিশাৰ এক বাস্তৱ স্বপ্ন······

অন্তৰ ধন দিয়াৰ পিছত প্ৰতিদানৰ আশাত কোনোবাই গোটেই জীৱন অপেক্ষা কৰিও একোকে নাপায়। ঠিকেই। স্বপ্নাই একোকে বিচৰা নাই। তাই বিচাৰিছে প্ৰিয়জনৰ জীৱনী শক্তি। প্ৰতাপক জব্দ কৰিবলৈ তাই মটৰ চলাই গুছি গল! স্বপ্না বীৰাঙ্গনা। দস্যু-বাণীৰ দৰে ধ্বংশ স্তূপত জপিয়াই পৰিবলৈ তাই কাল নিশাটো সমুখত লৈ ওলাই গুচি গল।

কি হল ইমানকৈ কি ভাবিছে?

মই স্বপ্না নবৌৰ কথাকে ভাবিছো। মোৰ নিজৰে অপৰাধী যেন লাগিছে। নহয় নহয়, মই অপৰাধীয়েই নহয় হীৰা! মই দিন ডকাইত। মই মহা অপৰাধী ..

এইদৰে ভাবি চিন্তি নাথাকিব।

মই দান লৈ প্ৰতিদান দিব নোৱাৰিলো হীৰা। মই পুৰুষ হৈ কাপুৰুষৰ দৰে বহি থাকিলো। মই ৰমাৰ পৰা আশী হাজাৰ টকাৰ বেঙ্ক ড্ৰাফট পাইও লগত এখোজ ওলাই যাব নোৱাৰিলো। যদি প্ৰতাপ দাসে স্বপ্নাৰ অনিষ্ট কৰে··

চিৰ সুন্দৰ ভগবানে জীৱক ৰক্ষা কৰি থুবে। ভেওঁলোকে

আলোচনা কৰিব। কক্ষচ্যুত তুটা তৰাই লগ লাগি আন্ধাৰ পৃথিবীখন উজ্জ্বল কৰি তুলিব।

মিছা কথা হীৰা কক্ষচ্যুত তৰা কেতিয়াও স্থিৰ হৈ নাথাকে। সি জ্বলি জ্বলি ছাই হৈ যায়। তোমাৰ লগত মই একমত নহয়। অঁ এইটো হব পাৰে। বিৰহৰ বিচ্ছেদ বেদনাত দুয়োজনেই বেদনাৰ কথা কৈ কৈ আজিৰ নিশাটো হয়তো জগাই পেলাব পাৰে···

কি কথা কৈছে আপুনি? স্বপ্না বাইদেউ ইমান নীচ হোৱা হলে আশী হাজাৰ টকা দিবলৈ নাহে।

মোক জব্দ কৰিছে। মই দিবাকৰৰ একমাত্ৰ ভাই। মই নথকা হলে এই বিয়াখন হৈ গ'লহেঁতেন।

স্বপ্না বাইদেউ এটি শুভ সংবাদ লৈ ঘূৰি আহক। পিছে কৃষ্ণ প্ৰভু! নিশা আঠ বাজিল ভাত পানী নাখাব জানো?

অতিথি আৰু ভিক্ষাৰী দুয়ো ককাই-ভাই। দাবীও নাই, উভয়ৰ মাজত কাজিয়াও নাই। দিলে খাম নিদিলে নাখাওঁ।

বাৰু বুজিছো। অতিথিক একেখন বিছনাতে শুবলৈ দিব লাগিব। ভাত নাখালোৱে বা

মই তৃষ্ণাতুৰ। এডিডি পানীত ডুব গৈ পানী পানীকৈ চিঞৰিছো।

একো অস্বাভাবিক নহয়। পানীত পৰি সাতুৰিব নজনা জনৰ বেছি পানী খায়েই মৃত্যু হয়।

মানে?

কাঁইট সোমাওতে গম নাপায়। পালেও সামান্য বিষ। চিকিৎসাৰ সময়ত যন্ত্ৰণা বেছি হয়।

নালাগে তোমাৰ কথা। মই জানো অলপতে ডাক্তৰ হৈ নাযাম। মই ডাক্তৰ তুমি ৰোগী।

নহয়।

তেন্তে কি?

মই ৰোগ আপুনি ঔষধ।

হীৰামনিৰ কথাত ভাস্কৰে হাঁহিবলৈ ধৰিলে : ভাত পানী খাই ঘামি জামি মৰাতকৈ হোটেলতে খোৱা ভাল হব। প্ৰস্তাবটো গৃহীত হোৱাত দুয়ো ওলাই গ'ল। বিৰাট দালানটোৰ কাষেদি আন্ধাৰ গলিৰে সিহঁত আগবাঢ়িল। আন্ধাৰতে তাইৰ নিভৃত ভুকুমাৰি কলে।

কথা পাতো ৰ'বাচোন।

এই গলিত কথা পাতেনে ?

জৰুৰী কথা আছিল।

ভাত খাই ঘূৰি আহি গোপনীয়তা ৰক্ষা কৰি ওৰে নিশা কথা পাতিম। নিশাটো ওলাই দিম···

ভাস্কৰ নীৰৱ হৈ পৰিল। ৰংঘৰৰ সন্মুখত ফ্ৰেন্দ হোটেলত সিহঁত মুখামুখিকৈ বহি ভাত খাওঁতে চিনেমাৰ প্ৰথম দৰ্শনীৰ যৱনিকা পৰিছিল।

## ॥ সাতাইশ ॥

নিৰ্মল মিলি ওলাই যোৱা অলপ পিছতে ভি আই পি বেগটো থৈ ভাস্কৰ চকীখনত বহিল। মাক অনিতা ওলাই আহি মৃদু স্বৰেৰে সুধিলে।

ডিগবৈ পালিগৈ নেকি ভাস্কৰ ?

যাম বুলি ভাবিও নগ'লো। আচ্ছা মা। দেউতাই মোৰ নামত নামজাৰি কৰি দিয়া মাটিখিনি বেচিবলৈ দিবাকৰক কিয় ক'লা ?

মাটি ! মানে জয়াবাৰীৰ মাটিখিনি ?

ও.দিবাকৰে জাল কৰি বিক্ৰী কৰিলে জানানে ?

অসম্ভৱ। কেতিয়াও বেচা নাই।

বেচিলে মা। তোমাৰ হাতত থকা দলিল পত্ৰ খাজনাৰ ৰছিদ আদি সকলো তুমি দিবাকৰৰ হাতত দিছিলা।

ভাস্কৰ। তই মোক মিছাতে তিৰস্কাৰ কৰিছ ; মই সেইবোৰ কাকো একো দিয়া নাই। ৰ'বি মই তোক দেখুৱাও।

অনিতাৰ চকুলো বাগৰি আহিল। ভিতৰলৈ গৈ' ছুইটকেছটো

আনি কাপোৰবোৰ কান কান কৰিলে। তলত পাৰি থোৱা বাতৰিখনৰ মাজৰ কাগজখিনি দেখোন নাই।

ভাস্কৰ! কাগজবোৰ দেখোন নাই।

দিবাকৰে নিজেই ভাস্কৰ বুলি মাটিখিনি বিক্ৰী কৰিলে মা।

কিন্তু কাগজবোৰ ইয়াৰপৰা গ'ল কেনেকৈ?

এই ছুইটকেছত দিবাকৰে হাত দিছিল নিশ্চয়।

অঁ দিছিল দিছিল। মোৰ মনত পৰিছে। মই হস্পিটাল পেয়িং ৱাৰ্ডত থাকোতে সি ছুইটকেছৰ পৰা মোৰ মেখেলা চাদৰ উলিয়াই দিছিল। ধুবীয়ে ধোৱা কাপোৰ ভৰাই থৈছিল।

মা! ডাক্তৰ আগৰৱালাৰ পৰা এই ঘৰ আৰু মাটি কিনি লবলৈ মই জয়াবাৰীৰ মাটিখিনি বেচিব খুজিছিলো।

ছুয়ো গৈ তাক ধৰোগৈ ব'ল। সি কাগজবোৰ নিয়া নাই বুলি মোৰ মুৰত ধৰিব পাৰিবনে? মকৰদমাকে দিও নেকি।

তোমাৰ মুৰত ধৰাটো তাৰ কাৰণে ডাঙৰ কথা নহয় মা। কিন্তু তাৰ ডিঙিটোত ধৰি চুচৰাই আনিলে খৰচ কম হব।

নালাগে মা। সেই মাটি আৰু মোক নালাগে। মই অন্য ব্যৱস্থা কৰিছো। ঈশ্বৰে মোক সহায় কৰিছে।

কি ব্যৱস্থা কৰিলি?

চৰকাৰৰ পৰা ল'ণ লৈছো। মোক চাহ একাপ দিয়া মা।

অন্তৰখনত জ্বলি উঠা জুইকুৰা যেন আপোনা আপুনি নুমাই গ'ল... ভাস্কৰে ইমান সহজে দিবাকৰক ক্ষমা কৰি দিব পৰাত মাকৰ মনটো ফৰকাল হৈ পৰিল। চাহ কাপ দি মাকে কলেহি।

বাজেনে টকা তিনিশ পঠাইছিল। মিলিয়ে চহী কৰি ললে। চিঠি এখনো দিছে। সি হেনো জোৱান ছোৱালী এটা পাইছে।

মাকৰ কথাত ভাস্কৰে হাঁহিবলৈ ধৰিলে। মাকৰ হাতৰ পৰা চিঠিখন লৈ সি পঢ়ি গ'ল।

ভাস্কৰ ভায়া— নমস্কাৰ লবি। মোৰ ভালেই। মদনৰ মৃত্যু হ'ল।

বসন্ত হৈছিল। গনেশে দ্বিতীয় বিবাহ কৰিলে। কৰবলৈ লাজেই লাগিছে। মই এটা জোৱান ছোৱালী পাইছো! ছাদি হম বুলি কৈছে। মৰাণত চিনেমাও দেখুৱালো। কুন্তীয়ে মোক ঠগিলে। মই বুঢ়া হব পাৰো কিন্তু মইতো তাইৰ দৰে বিধবা নহয়…। বিশেষ নাই টকা তিনিশ পঠালো।

চিঠিখন পঢ়ি ভাস্কৰৰ খুব বেয়া লাগিল। কুন্তী বাৰু কিয় গুচি গ'ল। সি লিখাৰ দৰে জোৱান ছোৱালীজনী তালৈ আহিব জানো? ·

নৈশ বাছত ডিব্ৰুগড়ৰ পৰা আহি ভাস্কৰ ভাগৰি পৰিছিল। গাটো ধুই সি কাপোৰ এসাজ পিন্ধি বিছনাতে বাগৰি থাকিল।

নটা বজাতে ৰন্ধা ভাতবোৰ ঠাণ্ডা হৈছিল। কণী এটা ফিটি আমলেট এটা ভাজি ভাস্কৰক ভাত খাবলৈ দিলে। সি ভাত খাবলৈ বহিল। মাকে নেমু এচকল দি সুধিলে।

চৰকাৰৰ পৰা কিহৰ কাৰণে ল'ন ললি ভাস্কৰ?

ক্ষুদ্ৰ উদ্যোগৰ কাৰণে ল'ন লৈছো।

কিমান টকা?

আশী হাজাৰ।

সূত দিব নালাগিব জানো?

সামান্য সূত। এই ঘৰ আৰু মাটিৰ দাম কমেও দুই লাখ টকা হব মা। মই এম বি বি এছ পাছ কৰিব নোৱাৰিলে এই ঘৰ আৰু মাটি বেচি চৰকাৰৰ ধাৰ মাৰিও মানুহৰ দৰে জীয়াই থাকিব পাৰিম। ঘৰ কিনা কথা আৰু চৰকাৰৰ ঋণ লোৱাৰ কথা মিলিক নকবা। মইও কোৱা নাই।

নকওঁ বাৰু। মিলি কিন্তু বৰ ভাল ল'ৰা। তিৰি মিৰি ভাটো কোৱা এই চাবি জাতিৰ আসৈ নোপোৱা বুলি মানুহে কিয় কয় জানো?

মাকৰ কথাত ভাস্কৰৰ হাঁহি উঠিল। নেমুৰ টুকুৰাটো ভাইলত চেপি সি কট কটকৈ পি কলে।

দন্দুৰী তিৰোতা, ছুৰু ব্যৱসায়ী মিৰি, অসৎ লোকৰ ভাটৌ আৰু

গাঁৱৰ সমিপত থকা কাউৰীবোৰকহে বিশ্বাস কৰিব নোৱাৰি মা। কাকো বেয়া বুলি নেৰিবা মা সকলো ভাল।

দিবাকৰক এৰা কথা কৈছ নেকি?

দিবাকৰক কেনেকৈ এৰিবা? তুমি তাৰ মাতৃ।

তেন্তে কাৰ কথা কৈছ?

স্বপ্না সন্দিকৈৰ কথা কৈছো। স্বপ্নাৰ স্বভাৱ চৰিত্ৰ বৰ ভাল।

ঠিক কৈছ ভাস্কৰ। পঞ্চাচ মিটাৰ আতৰত থাকিও তাই মোৰ কাষলৈ যোৱা নাছিল। মোৰ চকুৰ আগত তাই দিবাকৰক লগ ধৰা নাছিল। তাইনো এতিয়া ক'ত আছে বিয়া হ'লনে?

সিহঁত ছুট জাতৰ মানুহ হলেও সিহঁতৰ জীয়া সমাজ এখন আছে। তাই বৰষাৰ দৰে দেবী নহলেও, মানবী অন্তৰ এখন তাইৰো আছে। অশৰিৰী প্ৰেতাত্মাই মাজনিশা ডিঙিত চেপা মাৰি ধৰেহি বুলি আমি বিশ্বাস কৰো। কিন্তু জীয়া মানুহৰ কথা আমি এবাৰো নাভাবো মা। দুই তিনি পুৰুষৰ লগত বেশ্যালী কৰা বৰষা ভাল। কাৰণ তাই বামুণৰ ছোৱালী। স্বপ্না বেয়া। বামুণতকৈ তলত পৰি থকা তাই ছুট জাতৰ ছোৱালী।

ভাস্কৰৰ কথা শুনি অনিতা চুপ হৈ গ'ল। আকাৰে ইঙ্গিতে সি যে হীৰামনিৰ কথাকে কৈছে মাকে বুজিছিল। ···

পিছদিনা মিলিয়ে নজনাকৈ ভাস্কৰে ডাঃ আগৰৱালালৈ টেলিগ্ৰাম কৰিছিল। পাঁচ দিনৰ পিছত টেলিগ্ৰাম পাই আগৰৱালা আহিল। দুদিনৰ পিছতেই আগৰৱালাৰ ফ্লেটটো ভাস্কৰৰ নামত ৰেজিষ্টাৰ হৈছিল। আগৰৱালাই এক হাজাৰ টকা অনিতাৰ হাতত দি সেৱা কৰিছিল। ডাক্তৰে কৈছিল এনে গুণবান পুত্ৰৰ মাতৃ তুমি জীয়াই থাকা ·· উজনি অসমত কাঠৰ ব্যৱসায় কৰা ৰাম প্ৰসাদ আগৰৱালাৰ পুত্ৰ আনন্দ আগৰৱলা গোৱালিয়ৰলৈ গ'লগৈ। অসমত সঘনে আন্দোলন হৈ থকা কাৰণেই ডাঃ আনন্দ আগৰৱলাক মাকে ঘৰলৈ লৈ গ'ল।

সেইদিনা সন্ধিয়া হোটেলৰ বহুত ল'ৰাই টি-পাৰ্টিৰ নিমন্ত্ৰণ ৰক্ষা

কৰিছিল। গুৱাহাটী মহানগৰীত তিনি কোঠা মাটিৰে ফ্লেট এটা কিনি লোৱা ধেমালি কথা নহয়। নির্মল মিলিয়ে কৈছিল।

এতিয়া আৰু দুটা দিনলৈ অপেক্ষা কৰিছো।

কি ?

বিজ্ঞাণ্ট আৰু ক্লিনিকৰ দুৱাৰ মুকলিৰ দিনলৈ

উঙ্ভিত টাইদাল বাঞ্চি নিৰ্মল মিলিয়ে চন্দ্ৰমাক সুধিলে।

ধুনীয়া দেখিছানে ?

ওঁ বৰ ধুনীয়া হৈছে। আপুনি ধুনীয়া কিন্তু ফাঁকি বাজ।

কিয় ?

চিৰিয়াখানালৈ যে নিনিলে।

কালিলৈ জকৰ নিম। আহোঁ দেই

মিলিৰ স্কুটাৰত উঠি ভাস্কৰ কলেজলৈ গুছি গ'ল। যাওঁতে সি ভাবি গ'ল। ঘৰটোৰ নাম কি দিলে ভাল হব ? মুৰটো খজুৱাই সি নাম এটা বিচাৰি আনিলে। ঠিক আছে ঘৰটোৰ নাম হব প্ৰতীক্ষালয়··· নির্মল মিলিৰ পিঠিত চকা এটা মাৰি কলে।

এই।

ওঁ।

কথা পাতো ব।

হেইট পাগল মোৰ লগত কি কথা পাতিবি ?

কথা পাতিবৰ মন গৈছে।

ভাস্কৰে হাঁহিবলৈ ধৰিলে। নাচি কেইজনীয়ে কেৰাহিকৈ চাইছিল। নির্মলৰ লাজ লাগিছিল। ক্লাচত সোমোৱাৰ লগে লগে মিলিয়ে কৈছিল। মানুহৰ কেঁচা তেজৰ সোৱাদ পোৱা বাঘৰ দৰে ছোৱালীৰ সোৱাদ পাই তইও চিকাৰী হৈ পৰিলি। তোৰ নিচিনা বাঘৰ বুকুলৈ গুলি নাহি মুৰলৈ চেন্দেল আহিব চাবি

ভাস্কৰে হীৰামনিৰ কথা কৈছিল। অকৰা মিৰিয়ে বস পাই চেক্ চেক্কৈ হাঁহিছিল। শ্ৰেণীত সোমাই বন্দনাই ভাস্কৰৰ মুখতে নোট বুক

খনোৰে টোকৰ এটা মাৰি পাৰ হৈ গ'ল।

একেটা ৰৰণীতে বাৰে বাৰে খোটে।

টোপ ভাল হব লাগে মিলি।

নহয় অ বস্তবৰ লগতো কথা

বন্দনাই ঘূৰি চাইছিল। ক্লচ ৰুমত প্ৰফেচাৰ বৰুৱাই লেক্সাৰ দি থাকোতে তুষ্ট মিলায ভাস্কৰৰ বহীখনত ছীৰামনিক আকিছিল···

## ॥ আঠাইশ ॥

ড্ৰইং ৰুমটোৰ কিতাপৰ শ্ব কেচটোৰ ওপৰত মাকৰ আৰ্ট কৰি আনোৱা ডাঙৰ ফটোখন হৈথ সি চন্দ্ৰমাক কেনে হৈছে সুধিলে।

মিলিদাক সোধা।

কি হ'ল ভাস্কৰ। মোক কি সুধিবি ?

এই ফটোখন কেনে দেখিছে মিলি দা

একেবাৰে বেয়া হ'ল দেই। ক'ৰ লেটেৰা মিৰিয়ে আকিলে অ' ? একেবাৰে খোপচী জনী হ'ল পাই।

ভাস্কৰে মুখ টিপি হাঁহিছিল। সেইদিনা দীপাৱলী। মিলিয়ে ফুল কেইজোপাৰ বন চিকোণাই দিছিল। দেৱালৰ কাষত থকা কল আৰু কমলাৰ পুলি কেইটা পৰিষ্কাৰ কৰি দিছিল। কোৰৰ নালটোৰে বুকুত ভেজা দি কলে।

কালি এইচ এমৰ পৰা অহা মানি অৰ্ডাৰৰ টকাখিনি মোৰ জেপতে থাকিল।

ভাই বেচেৰীয়ে বস্তুত কাৰছে দেই। আজি ভাই কি কৰিছে বাৰু ? ভাইৰো জানো চাকি জুগত মান অলাবলৈ মন যোৱা নাই ?

নিৰ্মল মিলি নীৰৱে থাকিল। ভাস্কৰৰ ফটো খনলৈ মনত পৰিল। ড্ৰইংৰুমত সিহঁতৰ গ্ৰোপ ফটো সজায় থলে মাক বাক লৰ মাৰিব নেকি ?

নিঃসঙ্গ জীৱন হীৰামনিৰ। এনে এটা আনন্দ উৎসৱৰ দিনা তাইৰ কাষত কোন

কোন বুলি হুৰাৰৰ খুলি ওলাই আহিল হীৰামনি। হীৰামনিক সাৱটি খপাই হুক হুক কৈ কান্দিবলৈ ধৰিলে। কান্দি কান্দি কলে।

ঠিক সময়তে পাইছিলোগৈ। প্ৰতাপ দাস বজাৰ কৰি ঘৰ সোমাইছিল। মই গাড়ীৰপৰা নামিয়ে ঘড়ীৰ কাটাকেইদাল চাইছিলো। চাৰে আঠ বাজিছিল তেতিয়া। মোক অতিথি হিচাবে আদৰি নিছিল। তেওঁৰ লগত প্ৰদীপ বাজবংশীও থাকে একেটা অফিছতে চাকৰি কৰে। মোক চাহ তামোল দি বাজবংশীয়ে শুশ্ৰূষা কৰিছিল। কথা পাতোতে বাজবংশী আঁতৰি গৈছিল। প্ৰতাপ দাসে মোক কৈছিল।

কোনো চিন্তা নকৰিব। মই ৰবষাক ভাল পাইছিলো। এতিয়া মোৰ ভাল পোৱা জেদলৈ ৰূপান্তৰ হল। মইতো ওমৰ খায়াম নহয়। মই কবিতা লিখি মদিৰা পি কলিজাটো জলাই দিম কিয়? কবি যতীন হুৱৰাৰ দৰে অতীতক যোঁৱাহে পাহৰি বুলি কবিতা নিলিখো। মই আকাশৰ ৰবষুণ আকাশতে ৰাখি দিম। তোপদৈ দলঙৰ পৰা বাছ আস্থানলৈকে মোৰ পেহাদাৰ আছে। সিহঁতে কাম কাৰব। আপোনাৰ স্বামীক মই একো নকৰো। মই ৰবষাক পুৰণি মৰম দি সাৱটি ধৰিম। যদি পুৰণিক নেওচা দিবলৈ যত্ন কৰে তেতিয়া বেলেগ কথা। ৰবষাক ধুমুহাৰ বুকুত এৰি বহুত দূৰলৈ উফৰাই দিম ··· প্ৰতাপৰ কথাত মোৰ বুকুখন কপিছিল। তেওঁ চিগাৰেট এটা জ্বলাই কৈছিল।

আপুনি দিবাকৰক নিজেই বশ কৰিবনে মই সহায় কৰিব লাগিব?

মই লগ ধৰি বুজাম দাস। বাক মই যাওগৈ, নিশাও ভালে খিনি হল নহয়।

মই বিদায় লৈ মটৰখনত ষ্টাৰ্ট দিলো। বাহীৰ পথলৈ উঠাৰ আগতে গাড়ীৰ চকাই শব্দ কৰি উঠিল, টৰ্চৰ পোহৰত প্ৰতাপ দাসে চকাটো খুলি নিজ হাতে স্পেয়াৰ চকাটো লগাই দিছিল। মই ধন্যবাদ জনাই ষ্টাৰ্ট দিছিলো। মই ধন্যবাদ জনাই ষ্টাৰিঙত ধৰোতেই কলে।

এশ পয়ত্রিশ মাইল ৰাস্তা অকলে অবালে যাবগৈ লাগিব। ৰাষ্ট্ৰীয় পথত মাজ নিশা দীজেল বোৰত অনেক বেয়া মানুহ অহা যোৱা কৰে। দ্বিতীয়তে ইমান দূৰ ৰাস্তা স্পেয়াৰ নোহোৱাকৈ কেনেকৈ সাহস কৰিছে?

তেন্তে কি কৰিম? কোনোবা হোটেলত...

নালাগে। মোৰ ঘৰতেই থাকিব। অসুবিধাটো একো নাই।

মই তেওঁৰ কথাত মান্তি হৈ ঘূৰি গলো। নিশা ভাত পানী খাই শুই পৰিলো। ভাড়াঘৰ যদিও সৰু পৰিয়াল এটা থাকিব পৰা বেবস্থা আছে। অতিথিৰ বিছনাখনতে মোক শুবলৈ দিছিল। নিশা বহুত সময়লৈকে মোৰ টোপনি ধৰা নাছিল। নিশা বাৰ বজাত মোৰ বিছনালৈ কোনোবা এজন আহি বুকুত খেপিয়াবলৈ ধৰিলে। মই কোন বুলি প্ৰশ্ন কৰোতেই নিশাচৰে মোক সাৱটি ধৰিছিল। ভাবিছিলো দাসক চিঞৰি দিম। যি জন দাসে হোটেলত ডেগাৰ খোচ মাৰি দিবাকৰক হত্যা কৰিম বুলি প্ৰতিজ্ঞা কৰিছিল তেওঁৰে ঘৰত মই নিশাৰ অতিথি··· অস্পষ্ট মাতেৰে নিশাচৰে কৈছিল .. ৰৰষাক যদি দিবাকৰৰ জগত আঁঠ মাহ থকাৰ পিছতো গ্ৰহন কৰিব লাগিব আপুনি নো কিয় পবিত্ৰ হৈ থাকিব ... কথা শুনি মোৰ মূৰ ঘূৰাবলৈ ধৰিলে। নিশাচৰ মোৰ বিছনাৰ পৰা নামি যোৱাৰ পিছত মই কান্দিছিলো। মই আচৰিত হলো হীৰামনি। সেইয়া প্ৰতাপ দাস নহয়। সেইয়া অছিল·ৰাজবংশী··· ৰাজবংশীয়ে প্ৰতাপৰ দৰেই কথা কৈছিল।

পিছদিনা ৰাতিপুৱা ৰাজবংশীয়ে চাহ দিছিল। প্ৰতাপ দাসে পানীৰ টেপ খুলি বাথৰুমত গাধুবলৈ পানী ধৰি দিছিল। মই গা ধুই ঘৰলৈ ঘূৰি আহিবলৈ সাজু হলো। কি কৰিম? মোৰ সঞ্চিত সততা দেহৰ গোপনীয়তা শেষ হৈ গল। এটা বেয়া সপোন দেখা বুলিয়ে মই মোৰ মনোবেদনা পাহৰিবলৈ যত্ন কৰিলো। ঘৰত কেইদিনমান আছিলো। মই থকাতেই ৰৰষা হঠাৎ নিখোজ হৈছিল।

ৰৰষা তিনি দিন ঘৰত নাছিল। কথাটো প্ৰচাৰ হৈ গৈছিল। অনিচ্ছা স্বত্বেও টেলিফোনৰ বিচিভাৰটো দাঙি লৈছিলো। মই খপাই

কৈছো বুলি কোৱাৰ লগে লগে দিবাকৰ স্তব্ধ হৈ গৈছিল। দিবাকৰে কৈছিল।

বনৰীয়া চৰাই বনলৈ গুছি গল। তোমাৰ লগত মোৰ কথা আছে স্বা।

মই মাতিব নোৱাৰা হৈ পৰিছিলো। মোৰ ক্রন্দনধ্বনীয়ে দিবাকৰৰ কাণৰ পৰ্দাত অঘাত কৰিছিল। মোক অনুৰোধ কৰিছিল। মাতিছিল। চুপৰীয়া মাইত শুই পৰোতেই মই শেষ বাৰৰ কাৰণে দিবাকৰৰ বঙলালৈ গৈছিলো। মোক দেখাৰ লগে লগে দিবাকৰে কান্দিবলৈ ধৰিলে। মোৰ নাৰী অন্তৰ খনত এক আলোড়ণ সৃষ্টি হৈছিল। মই কাষ চাপি গলো। দিবাকৰে মোক বুকুত সাৱটি ধৰি হুক হুক কৈ কান্দিবলৈ ধৰোতেই ভাবিব নোৱাৰা কাণ্ড এটা হৈ গল হীৰা।

কাণ্ড !

হঠাৎ বৰষ উপস্থিত হল। তিনিনিশা ঘৰত নথকা বৰষাই তিৰস্কাৰ কৰি কবলৈ ধৰিলে।

এতিয়া চোঁৰা। চৰিত্র কাৰ কেনেকুৱা, চিনি লোৱা।

তুমি কলৈ গৈছিলা ?

মই যলৈকে নাযাও লাগে, মইতো ঘুৰি অহিছো। তুমি এই বেশ্যা বাৰাঙ্গনা নৰ্ত্তকী জনীক এতিয়াও পাহৰিব পৰা নাই ?

সাৱধানে কথা কবা।

কুকুৰৰ দৰে ভূকিছা কিয় ?

দিবাকৰ বৰষাৰ শেষ কথাষাৰত নীৰৱ হৈ পৰিল। মোৰ প্রতি থকা ভালপোৱাৰ মূল্য বিয়াৰ পিছত হেৰাই গল হীৰা। দিবাকৰে একো প্রতিবাদ নকৰাত মই চোৰৰ দৰে ওলাই গুছি আহিলো। মোৰ কোঠাৰ বিছনা খনত মই কান্দিবলৈ ধৰিলো।

এদিন দুদিনকৈ সময় আগ বাঢ়িল। পিছত মই আবিষ্কাৰ কৰিলো। মই মাতৃ সম্ভৱা। মই কৰিম কি ? দেউতাই আশী হাজাৰ টকা দলিয়াই মোক নিজৰ পথ বাছি লবলৈ কৈছিল। মই সেই টকাৰে

এটা একাউণ্ট খুলিছিলো। তাৰ পিছত বেঙ্ক ড্ৰাফটখন ভাস্কৰক দি দিলো। মই ভবাৰ দৰে নহল। মোক পত্নী বুলি স্বীকৃতি দিয়া বাদেই। হাতী যেন মানুহটো ৰৰথাৰ সন্মুখত কেন্দু এড়ালৰ দৰে কোছ খাই গল। মোৰ মনো বেদনাৰ কথা মাইতক নকলো। ঘৰ খনত মই এটা বুঢ়া লাউ। মোৰ প্ৰয়োজন নাই। বৰঞ্চ মই শেষ হৈ গলে আন দুজনী ভনীৰ কথা দেউতাই ভাবিব পাৰিব। মই কৰিম কি হীৰামনি? বিনা বিবাহে কোলাত কেচুৱা লৈ মই কেনেকৈ জীয়াই থাকিম? মোৰ ঘৰখনৰ অবস্থা কি হব? গুৱাহাটীত চাকৰি কৰিম বুলি মই ঘৰৰপৰা ওলাই আহিলো। মই তোমাৰ কাষলৈ দ্বিতীয়বাৰৰ কাৰণে আহিলো। এটা অনুৰোধ লৈ হীৰা।

ময়ো তোমাৰ দৰে অসুস্থ স্বপ্না বাইদেউ।

মানে তুমিও···

ওঁ।

তোমাৰ আশ্ৰয় আছে। তুমি বেয়া চিন্তা মনলৈ নানিবা। মোক তুমি কাম এটা কৰি দিব লাগিব!

কি কাম?

মোক তুমি ভাস্কৰৰ ওচৰলৈ নি চিকিৎসা কৰি দিয়া হীৰা।

আজি নাযাওঁ। ফটকাৰ শব্দত যাত্ৰা কৰি ভাল নালাগিব।

হলেও ব'লা। কোনোবা বালক বালিকাৰ হাতৰ ফটকা যদি এটমিক শক্তিৰে মোৰ বুকুত ফুটি যায়, মই ভালেই পাম।

সেইদৰে নকবা। কালিলৈ নিশাৰ বাচত যাম। মই ট্ৰেন্সফাৰৰ কথাও ভাবিছো। মিউচুৱেল। ৰৰবাবুৱে যোগাযোগ কৰিছে। বন্দবস্ত পাঁচশ টকাত।

বন্দবস্ত মানে?

ৰৰবাবু কামৰ মানুহ। ট্ৰেন্সফাৰৰ কাগজ পালেই নগদ পাঁচশ টকা দিম বুলি কৈ দিলো।

তুমি টকা দিম বুলি ক'লা?

বাহিৰা টকা নালাগে কাক ?

কিন্তু মাছে মাছক খোৱাতো।

একো আচৰিত নহয়। মাছে মাছক প্ৰতিশোধ লবলৈ নাখায়। ভোকৰ কাৰণেহে খায়।

ক্ষুধিত বৰবাবুৱে যদি তোমাকো খায় পেলায় ?

নাখায়! খোৱাৰ সময় পাৰ হৈ গল। হীৰা হীৰা কৈ এসময়ত বৰকৈ চিঞৰিছিল। হীৰা এইখন টাইপ কৰা, এইখন বৰ জৰুৰী হীৰা। দুদিন মান মোৰ ভাড়া ঘৰলৈ আহি ইকবাইলৰ যুদ্ধৰ পাতনি মেলিছিল। বহুত সময় কথা পতাৰ পিছত হীৰামনি ভাত বান্ধিবলৈ বান্ধনী ঘৰত সোমাল।

স্বপ্নাই বন্ধা কৰিটো কুটিবলৈ কটাৰীখন বিচাৰি মেজৰ ড্ৰয়াৰটো খুলি ভাস্কৰ আৰু দিবাকৰৰ যুগ্ম ফটোখন দেখি ৰ লাগি চাই থাকিল...

## ॥ উণত্ৰিশ ॥

দেৱালীৰ দুদিনৰ পিছত ট্ৰেন্সফাৰ অৰ্ডাৰ লৈ হীৰামনি স্বপ্না সন্দিকৈৰ লগত গুৱাহাটীলৈ গুলাল। যাবৰ সময়ত স্বপ্না উচুপি উচুপি সৰু ছোৱালীৰ দৰে কান্দিছিল। তাই কৈছিল।

তুমি গুৱাহাটীলৈ গুলাইছা, তুমি চৰকাৰী চাকৰিয়াল হীৰা। ভাস্কৰৰ লগত নাথাকিলেও তুমি ভাড়া ঘৰ এটা নিশ্চয় পাবা। স্বাধীন চিন্তিয়া গাভৰু তুমি। হোটেল এখনতো কিছুদিন থাকিব পাৰিবা। কিন্তু মই কৰিম কি ? নাযাঁও হীৰামনি তুমি অকলেই যোঁৱা গৈ।

তোমাৰ আশীহাজাৰ টকাৰ আমি উভয়েই ধৰুৱা। তোমাৰ যি কোনো বিপদ মুহূৰ্তত ৰক্ষা কৰা আমাৰ কৰ্ত্তব্য। ইবোৰ সিবোৰ নাভাবি আমি যাত্ৰা কৰাই ভাল হব।

স্বপ্না মান্তি হৈছিল। সিইত উভয়েই নাৰী হৈ জীৱনৰ কথা

ভাবি বিস্মিত হৈছিল। হিন্দু নাৰী হৈ শিৰত সেন্দুৰ অকমান নোহোৱাকৈ সিহঁত মাত্ৰ ফৰলৈ ওলাইছে। নিজৰে ঘিণ লাগি গল হীৰামনিৰ।

যাবতীয় সকলো বস্তু লৈ হীৰামনি স্বপ্নাৰ লগত ওলাই আহিল। বস্তুবোৰ বাচত তুলি সিহঁত মাজৰে চিট দুটাত বহিল। চলন্ত বাছত স্বপ্নাৰ কেনেবা লাগিছিল। তাই কলৈ যায়? নাটকীয় ভাবে কি বোৰ যে গল। আশীহাজাৰ টকা তাই লৈ গৈ কাৰোবাক ঘোচ দি হলেও চাকৰি এটা লব পাৰিলে হেতেন। আগ পাছ নুগুনি তাই বাক ঘপকৰে টকা বোৰ কিয় দি দিছিল? ভাস্কৰে তাইক নবৌ বুলি সাৱটি ধৰিছিল। টকা পোৱাৰ আগতে ভাস্কৰৰ যিটো মন, টকা লোৱাৰ সময়ত যিটো মানুহ, টকা খৰচ কৰাৰ পিছত ভাস্কৰ একে ভাস্কৰেই হৈ আছেনে? তাই গৈ পোৱাৰ লগে লগে আকৌ নবৌ বুলি মাতিবনে? ওঁহু নামাতে। মাছে মঙহে এসাজ খাবলৈ দি তিৰস্কাৰ কৰি খেদাই দিব। হীৰামনিক যদি ভাস্কৰে প্ৰাণাধিক ভাল পাই লগতে ৰাখিব। কিন্তু ৰাখিব জানো? যি গৰাকী মানুহে তাইক নাচনী বুলি ঘিণ কৰিছিল সেই গৰাকী মানুহে হীৰামনিক বোৱাৰী কৰি লবনে? কথাবোৰ ভাবি স্বপ্না বাচৰ আন্ধাৰত উচুপি উঠিছিল। হীৰামনিও সাৰে আছিল। তাইও জীৱন নাটৰ কথাকে ভাবি আছিল। স্বপ্নাৰ বাহুত ধৰি তাই জোকাৰি দিছিল।

হীৰামনিৰ কথা এটা মনত পৰি হাঁহি উঠিল। ৰাজেনে বৈজয়ন্তীক ডিব্ৰুগড়লৈ আনি পাৰ্ট আলিৰ সুমিত্ৰা ষ্টুডিঅত ফটো তুলি ৰংঘৰত এক দুজে কে লিয়ে চিনেমা চাওঁতেই তাই সিহঁত হালক লগ পাইছিল। লাজকুৰীয়া নবৌয়েক জনীক মাজত লৈ তাই চিনেমা চাইছিল। সেই দিনা দেওবাৰৰ ছুটীত সিহঁত আহিছিল। হীৰামনিয়ে সিহঁতক ভাড়া ঘৰলৈ লৈ গল।

সেইদিনা নিশা হোটেলৰ ভাতেৰে অতিথি সেৱা কৰিছিল। ৰাজেনক পকাতে বিছনাখন দি তাই নবৌয়েকক লগত লৈ শুইছিল।

পুৰঠি হাত ভৰিবে বৈজয়ন্তী ভৰ যৌৱনা গাভৰু। তাইৰ কাঠ যেন টান বুকুখনত ওখ চাপৰত হাত বোলাই দিওঁতে বৈজয়ন্তীয়ে হাতৰ ওপৰাতে হাতখন জাপি ধৰিছিল।

আমাৰ কুলি ছোৱালীবোৰৰ বদন মজবুত আছে নহয় ভৌজি . নাকেৰে হুঁ বুলি ভৌজিয়ে শলাগ লৈছিল।

তাই বৈজয়ন্তীক সাৰটি কাণে কাণে কৈছিল। এক ছাদী ছুচৰা ৰৰবাদী। কেতিয়াও পলাই নাযাবা। চেঙেলীয়া ল'ৰা এটাৰ লগত বিয়া হলে লাভ নাই। সদায় মিলি জুলি থাকিবা। মদ হাড়িয়া নাখাবা। কথাবোৰ কওঁতে তাই হুঁ হুঁ বুলি নাকেৰে মাত দি শলাগি আছিল। মাজ নিশা জোৱান ভৌজি সহজ হৈ পৰিছিল। হীৰামনিক আক্টোপাছৰ দৰে সাৰটি লৈ টপক কৈ চুমা খাইছিল। অকৰা মৈত উঠিলে বুলি হীৰামনিয়ে হাঁহিছিল। পুৱা কাম ধৰিব পৰাকৈ ৰাজেনে বৈজয়ন্তীক লৈ গুছি গৈছিল।

স্বপ্নাই বহুত কথা ভাবিছিল। ভাবি ভাবি মূৰটো গধুৰ হৈ তাই কেতিয়া চিটত শুই পৰিছিল। কবই নোৱাৰিলে। ন বজাৰ আগে আগে বাচখন গুৱাহাটী পালেগৈ। স্বপ্না মুঠাত গাটোত ধৰি জোকাৰি দিলে। হীৰামনিয়ে বস্তুবোৰ চমজি লৈ মহা চিন্তাত পৰিল। বস্তুবোৰ লৈ ভাস্কৰৰ ঘৰলৈ গলে মানুহে কি বুলিব ? বস্তুবোৰ ৰেটিংৰুমলৈ নি হীৰামনিয়ে কলে।

তুমি কিছু সময় এই বস্তুবোৰ লৈ ইয়াতে বহি থাকা।

তুমি কলৈ যোৱা ?

মই ভাস্কৰদাক লগ ধৰোগৈ। আহোমৰ ছোৱালী হৈ তুমিয়ে কাষলৈ যাব নোৱাৰিলা, মই মজদুৰ গাভৰু, মাক ভয়। গতিকে ভাস্কৰদাক সদাহতে হোটেল এখনকে ঠিক কৰি দিবলৈ কওঁগৈ। তুমি বহি থাকা। আন কোনো মানুহৰ লগত কথা পাতি ওলাই নাহিবা।

কথাবোৰ কৈ হীৰামনি অটোখনত উঠি গুছি গল। জু বোৱাৰ ধুনীয়া ক্ৰেট টোৰ সমুখত অটোখনৰ পৰা হীৰামনি নামি গল। চন্দ্ৰমাৰ

ওকণি চাই থকা অনিতাই হীৰামনিক দেখি বহাৰ পৰা থিয় হ'ল।

ভালনে মা ?

ভাল। তুমি নিশাৰ বাছত আহিলা নেকি ?

হয়।

আহা, বহাঁ ইয়াতে বহাঁ। ব'বা মই চাহ কৰোগৈ।

চাহ কৰিব নালাগে মা।

কিয় ?

ভাস্কৰদা আছেনে ?

সি কলেজলৈ গল। সি নাই বুলিয়ে তুমি চাহ নাখাবা নে ?

নহয় মা! ভাস্কৰদা থকাহলে মই বাহিৰে বাহিৰে বন্ধুবোৰ মি হোটেল এখনত থব পাৰিলোহেতেন।

হোটেলত থবা, কি বন্ধু ?

মই ট্ৰেন্সফাৰ হৈ আহিছো। গুৱাহাটীত ভাড়াঘৰ লোৱাৰ আগতে হোটেলতে থাকিম।

তুমি ইয়াতে থাকিবা হীৰা। ভাস্কৰক মই জনাহে দিলো। মানুহ কৰি তুলিলা তুমি। ৰবৰাত কৈ স্বপ্না নিশ্চয় ভাল আছিল। মই অন্তৰ দৰে জাতৰ কথা ভাবিছিলো। তোমাৰ বন্ধুবোৰ লৈ আহাগৈ হীৰা।

হীৰামনিয়ে প্ৰথম বাৰলৈ অনিতাৰ ভৰি চুই সেৱা কৰিলে। আনন্দতে বৈ অহা চকুলো মচি তাই কলে।

আপোনাৰ ধাৰণা ঠিক মা। ৰবৰাতকৈ স্বপ্না ভাল। দেৱী আৰু দানৱীৰ দৰে তেওঁলোকৰ চৰিত্ৰ প্ৰকাশ পাইছে। পিছে এটা কথা মোৰ বন্ধুবোৰ স্বপ্নাকে বুজাই দি আহিছো। স্বপ্নাও জানো কিছুদিন আমাৰ লগতে থাকিব নোৱাৰিব ?

অনিতা নীৰৱ হৈ পৰিল। ভগবান! তুমি কি কৰিবলৈ লৈছা। হীৰামনিৰ লগত স্বপ্না আহিল কিয় ? বিভিন্ন কথা ভাবি থাকোতেই নীৰৱতা ভঙ্গ কৰি হীৰামনিয়ে কলে।

স্বপ্নাই এম এ পঢ়াৰ কথা ভাবিছে। তেওঁৰ বিয়াত মন নাই।

মোৰ লগতেই থকাৰ কথা ভাবিছিল। নহ'লে আপুনি মোক ইমান সহজে সাবটি লব বুলি ভাবিব পৰা নাছিলো।

এই ঘৰটো চৰকাৰৰ লন লৈ ভাস্কৰে কিনি লৈছে। ডাঙৰ ঘৰ। তাইও থাকক ইয়াতে হীৰা। মোৰা স্বপ্নাকো লৈ আঁহাগৈ ...

হীৰামনিৰ মুখ খন হাঁহিৰে ভৰি পৰিল। গেওখন বন্ধ কৰি তাই ভাবিলে নাৰী, মাতৃ, নাৰী দেৱী! নাৰী মহিমাময়ী ...

## ॥ ত্ৰিচ ॥

ভাস্কৰে ফাকি দিছিল। ভাস্কৰৰ দ্বিতীয়বাৰ কোৱা কথাত অনিতা চিন্তাত পৰিব লগা হল। সেইদিনা স্বপ্নাও হীৰামনিৰ লগত অফিছলৈ গুলাই গৈছিল। অফিছত উপস্থিতি দি হীৰামনি দিছপুৰলৈ যোৱাৰ কথা আছিল। নিৰ্ম্মল মিলি নাছিল। চন্দ্ৰমাৰ অসুখ: শুই আছিল। ড্ৰইংৰুমৰ চোফা দুখনত মুখা মুখিকৈ বহিল মাক পুতেক। স্বপ্নাৰ কথাকে পাতিম বুলি বহিছিল অনিতা। কিন্তু প্ৰায় চাৰি মাহৰ আগতে কোৱা কথাটো মিছা বুলি ভাস্কৰে পাতনি মেলাত অনিতা বিশ্বাস অবিশ্বাসৰ মাজত পৰি থৰ লাগিছিল।

সেই মুহূৰ্ত্তত মই উত্তেজিত হৈ পৰিছিলো মা। যদি স্বপ্নাক দেখি স্বপ্ন নোদেখিলো হয়, কি যে নহলহেঁতেন। স্বপ্নাৰ মুখেদি কথবোৰ শুনাৰ পিছতো মাটি টুকুৰা চাইছিলোগৈ। স্বপ্নাই মিছা কোৱা নাছিল। ইটাৰ দেৱাল গাঠি ইটা আৰু বালিৰ দ'মবোৰ আবৰি ৰাখিছে। তাইৰ কথাত প্ৰথমতে আমিও বিশ্বাস কৰিব নোৱাৰিছিলো। মোৰ নামত থকা মাটি খিনি জাল কৰি বিক্ৰী কৰতে মই উত্তেজিত হৈ দিবাকৰৰ ভিত্তিত ভেতিয়াই ধৰাৰ কথা ভাবিছিলো। স্বপ্নাই মোৰ টকাৰ প্ৰয়োজনৰ কথা শুনাৰ পিছত চলন্ত মটৰত তাই নিজেই আশী হাজাৰ টকা দিম বুলি

কোৱাত মই আৰু আচৰিত হৈ পৰিছিলো।

তাই ডিব্ৰুগড়লৈ পিছদিনা আবেলি আহি লগ ধৰিব বুলি কোৱাত অপেক্ষা কৰিছিলো। ভাবিছিলো দিবাকৰৰ কথা ভাবি স্বপ্না পাগলী হল। কিন্তু নহয় মা স্বপ্নাই কথামতেই বেঙ্ক ড্ৰাফট দি মোক আচৰিত কৰি তুলিলে। দাদাই প্ৰতাৰণা কৰিলেও তেওঁ হেনো দাদাক জীয়াই থকাতো বিচাৰে। প্ৰতাপ দাসৰ পৰা দাদাক যদি ৰক্ষা কৰিব পাৰে, তেতিয়া হেনো অতীতৰ স্মৃতি সোঁৱৰি দিবাকৰে এদিন নহয় এদিন স্বপ্নাক সাৰটি লবই লাগিব। এইটো ঠিক মা বৰষাক প্ৰতাপে ছলে বলে হলেও এদিন পত্নী বুলি স্বীকৃতি দিব। স্বপ্নাই কৈছিল। সেইদিনা বাঁহনী বাৰীলৈ যাওঁতে সেইদৰে দিবাকৰক উলিয়াই নিদিয়া হ'লে এই কেলেঙ্কাৰীখন নহয়। দিবাকৰৰ বিয়া ভাঙিলো মই মা। সেয়েহে মোক জব্দ কৰিবলৈ সুযোগটো লৈছিল। দিবাকৰে অন্যায় কৰিলে। ভাস্কৰ বুলি নিজকে পৰিচয় দি মাটি বিক্ৰী কৰিলে সাক্ষী আছিল স্বপ্না সন্দিকৈ।

মই কেছ তৰিলেই স্বপ্না সন্দিকৈ 420 ধাৰাত গ্ৰেপ্তাৰ হব। স্বপ্নাই মোক শত্ৰু বুলি দিবাকৰক প্ৰিয়জন বুলি স্বপ্ন দেখিছিল। সেইদিনা বেঙ্ক ড্ৰাফখন দিয়াৰ পিছত স্বপ্না যোৰহাটলৈ গৈ প্ৰতাপ দাসক লগ ধৰিছিল। প্ৰতাপক জব্দ কৰিছিল স্বপ্নাই। যমৰ হাতৰ পৰা সাবিত্ৰীয়ে সত্যবানক ৰক্ষা কৰাৰ দৰে স্বপ্নাই দিবাকৰক প্ৰতাপৰ জিঘাংসু দৃষ্টিৰ পৰা ৰক্ষা কৰিছিল।

স্বপ্না ঘৰলৈ ঘূৰি গৈছিল। কিন্তু ডিগবৈত এটা খবৰ শুনি আচৰিত হৈ গৈছিল। বৰষাৰ খবৰ। আমাৰ নবৌৰ কথা।

বৰষাৰ কথা! কি শুনিছিল?

বৰষা নবৌ তিনি নিশা ঘৰত নাছিল। এজনী শিক্ষিতা উচ্চ বংশৰ বামুণৰ বোৱাৰী তিনি নিশা কলৈ গৈছিল কোনেও নাজানিলে। কাম বন এৰি ঘৰৰ ভিতৰতে সোমাই থকা দিবাকৰৰ মনৰ বুজ লবলৈ বহুত মানুহ গৈছিল। স্বপ্নাই টেলিফোনৰ ৰিচিভাৰ দাঙি লৈছিল···

নিঃসঙ্গ বঙলাত স্বপ্নাৰ শব্দ ধ্বনিয়ে প্ৰতিধ্বনি তুলিছিল। শঙ্ক-ব্ৰহ্মৰ বুকুত উঠি বেদনাৰ জুই দুকুৰা ক্ষন্তেকলৈ জ্বলি উঠিল। দিবাকৰে তাইক লগ পাবলৈ ইচ্ছা কৰাত তাই গৈছিল মা। আমি অতীতলৈ ঘূৰি যাওঁ বুলি স্বপ্নাই দিবাকৰক আকোৱালি লৈছিল। কিন্তু মা সেই সময়তে বজ্ৰপাত হ'ল

মানে ?

অঁ মা বজ্ৰপাত হ'ল। ধুমুহাৰ দৰে বৰ্ষা বেডৰুমলৈ সোমাই আহি দিবাকৰক তিৰস্কাৰ কৰিছিল। কৈছিল। চৰিত্ৰ প্ৰত্যেকৰে আছে। কামাখ্যাত হোমাগ্নিক সাক্ষী কৰি বিয়া কৰাই অনা বৰষাৰ প্ৰতি তোমাৰ বিচাৰ কি নিজেই কোৱা। তুমি পুৰুষ নে কাপুৰুষ ? মই কত আছো ক'ত মৰিছো খবৰ নকৰি বেশ্যাৰ লগত আমোদ কৰিছা।

দিবাকৰে অপৰাধ কৰিছিল। বৰষাৰ দৰে এগৰাকী কুল বধূ থাকোতেও স্বপ্নাক এৰাসুতিৰ পৰা বুটলি লব নালাগিছিল। সেইবুলি ভাবিয়েই একো মাত দিয়া নাছিল। তেতিয়াই স্বপ্না ওলাই আহিছিল। এইখিনিয়েই স্বপ্নাৰ মুখৰ সঁচা কথা মা।

তিনি নিশাৰ অনুপস্থিতিয়ে দিবাকৰৰ মনলৈ কিছুমান আচৰিত প্ৰশ্নোত্তৰ কঢ়িয়াই আনিছিল। বৰষা নোকোৱাকৈ ওলাই যাব কিয় ? তিনি নিশা ক'ত আছিল ? গাভৰু কালত যিয়েই নকৰক লাগে ; সেইবোৰ সি পাহৰি গৈছিল। কিন্তু এজনী উচ্চ বংশৰ বোৱাৰী হৈ কাৰ আশ্ৰিতা হৈছিল। ছোৱালীৰ অভাবত পৰি সি বৰষাক অনা নাছিল। বৰষা আহিছিল মাক দেউতাকৰ কাতৰ প্ৰাৰ্থনাত। দিবাকৰে আনিছিল মাকৰ জাতৰ গোবামী ৰাখিবলৈ। বৰষাই তাকে বিচাৰিছিল জানো ? তিনি নিশা বাহিৰত কটাই ঘূৰি যোৱাৰ দিনা বৰষাই কান্দিছিল। উচুপি উচুপি লম্পট পুৰুষ দিবাকৰৰ চৰিত্ৰ বিশ্লেষণ কৰিছিল। দিবাকৰৰ মন মগজু অস্থিৰ হৈ পৰিছিল। সি কৈছিল। তুমিটো গোহালিৰ ছাগলী নহয়.. তুমি অন্তৰ্ধান হৈ গলে মই বিচাৰি ফুৰিম আৰু ঘূৰি আহিলে গড়ালত বান্ধি থম। মই তুমি ভৱাৰ দৰে

কাপুৰুষ নহও। মই পুৰুষ। হোমাগ্নিক সাক্ষী কৰি তোমাক বিয়াহে কৰালো। আমাৰ মাজত ভাল পোৱাৰ জন্ম নহ'ল। তুমি এই তিনিদিন য'ত আছিলা তালৈকে যোৱাগৈ ··

বৰষাৰ অন্তৰত বেদনা আৰু আনন্দৰ জোৱাৰ উঠিল। হিন্দী কথাচবিৰ এজনী স্ত্রী নাৰী চৰিত্রৰ দৰে তাই বস্ত্র আভৰণ খহাই পেলালে। দিবাকৰে দিয়া কাপোৰ-কানি অলঙ্কাৰ দলিয়াই তাই ঘৰৰ পৰা অনা সাজ-পোচাক পিন্ধি হাতত ব্রীফকেচটো লৈ ওলাই গুচি গ'ল। এইখিনি শ্রীমন্ত গোস্বামীৰ মুখৰ কথা। গোস্বামী আমাৰ কলেজৰ দ্বিতীয় বাৰ্ষিকৰ ছাত্র। ডিগবৈত দেউতাকে চাকৰি কৰে। দিবাকৰৰ খবৰ লবলৈ গৈ কথাবোৰ শ্রীমন্ত গোস্বামীৰ মাকে টেপ কৰি আনিছিল পেটৰ ভিতৰৰ ৰেকৰ্ডাৰটোত···

স্বপ্নাই কৈছিল দিবাকৰ জীয়াই থাকক। কিন্তু স্বপ্নাৰ মাক দেউতাকে স্বপ্না জীয়াই আছে বুলি ভাবিব নোৱাৰা হ'ল। স্বপ্না এম এ পঢ়াৰ আশাৰে ওলাই গুছি আহিল। স্বপ্নাই ভুল কৰিলে। স্বপ্না যাব লাগিছিল, বৰষা গুছি যোৱাৰ পিছত। তাই আগতেই গৈছিল মা। স্বপ্নাক মই হীৰামনিৰ ঘৰতেই নবো বুলি স্বীকৃতি দিলো। স্বপ্নাক মই নবো বুলি মতাত স্বাৰ্থ আছে। কিন্তু স্বপ্না তোমাৰ বোৱাৰী হয়নে নহয় তুমি নিজেই বিচাৰ কৰি চাব পাৰিবা। স্বপ্নাক মই আশ্রয় দিলো মা। স্বপ্না আৰু হীৰা মোৰ ঘৰতেই থাকিব। হীৰামনিয়ে মোক মানুহ কৰি মানুহৰ মাজলৈ লৈ আহিল স্বপ্নাই দধিচীৰ দৰে নিজ অস্থিৰে মোৰ এই প্রতীক্ষালয় সৃষ্টি কৰিলে। তাই প্রতীক্ষা কৰিব যুগ্ম জীৱনৰ হোমাগ্নিৰ মধু ক্ষণলৈ। দিবাকৰে নিজেই বুজি উঠক।

তোৰ কথাত মোৰ দ্বিমত নাই ভাস্কৰ। ওচৰ চুবুৰীয়া সকলোৱেই তইঁত হালৰ কথা জানে। গতিকে খৰখেদাকৈ বিয়াখন পাতে। খৰধৰ কৰা আৰু এটা কাৰণো আছে। তাইৰ গাত মাতৃ হোৱাৰ লক্ষণ

বিয়া। হীৰামনিক তুমি বোৱাৰী কৰিবা? তেতিয়া হলে স্বপ্নাৰ বুকুত জুই দিলা কিয় মা?

ৰঞ্জনাৰ চৰিত্ৰ ইমান জঘন্য বুলি ভবা নাছিলো ভাস্কৰ। সি জোৰ দৰে প্ৰতিবাদ কৰি মোক একোকে বুজাব পৰা নাছিল। প্ৰভাপৰ জেলাৰৰ খোজৰ পৰা ৰক্ষা কৰা স্বপ্নাহে তাৰ মাতৃ নষ্ট নহয়। এদিন হয়তো তুখন ভগা অন্তৰ জোৰা লাগিব। স্বপ্নাৰো ভাগ্য এখন আছে। সিহঁত দুয়োজনীকে জীয়াই ৰাখ ভাস্কৰ হীৰামনিৰ বিয়া পাতিবই লাগিব… তাই মাতৃ সম্ভৱা

অনিতা চকুলো টুকি চন্দ্ৰমাৰ কাষলৈ উঠি গ'ল। হীৰামনিহঁত ঘূৰি আহিল। ত্ৰিপাক্ষিক আলোচনাত ভাস্কৰ জয়ী হ'ল। কামাখ্যাৰ বামুণ এজন আনি বিয়া পতাৰ সিদ্ধান্ত হ'ল আঘোণৰ বিশ তাৰিখে হোষ্টেলৰ ছাত্ৰ-ছাত্ৰী আহি প্ৰতীক্ষালয় ভৰি পৰিল। ধুমধামেৰে বিয়া হৈ গ'ল। বকুৱাৰ ঘৰৰ শোৱনী কোঠাৰ পৰা কন্যা আদৰি অনা হ'ল। নিৰ্মল মিলিয়ে বেদৰ বিধিমতে কন্যা সম্প্ৰদান দি উচুপি উঠাতে বিবাহ-মণ্ডপ নিজম পৰিছিল।

স্বপ্না ব্যস্ত হৈ পৰিছিল। ছাত্ৰ-ছাত্ৰী সকলে ভাস্কৰক লাকী মেন বুলি জোকাইছিল। হোমৰ জুৰিত বহি থকা হীৰাৰ ওৰণিৰ তলৰ মুখখনিৰ ছবি ধাৰণ'ল কেইবাজনেও কেমেৰা লৈ থিয় হৈ থাকিল। স্বপ্নাই ভগ্ন 'হয়াৰ বেদনা সামৰি ওৰণিখন থহাই দৰ-কন্যা'ৰ মাজতে পিছফালে ব'হ দিওঁতে কেমেৰাবোৰে মিচিকি হাঁহিছিল। বিয়াখন হৈ গ'ল।

পিছদিনা হীৰামনিয়ে স্বপ্নাৰ মুখলৈ চাই কান্দিছিল। স্বপ্না উচুপি উঠিছিল। আঘোণৰ সেমেকা শীতৰ বতৰত যুগ্ম জীৱনৰ মধু ক্ষণত হীৰামনিয়ে স্বপ্নাৰ ভৱিষ্যতৰ কথা ভাবি ভাস্কৰৰ চকুলৈ চাই থাকিল।

দিন বাগৰি গ'ল। ভাল দিন এটা চাই আঘোণৰ তেইশ তাৰিখে হীৰামনিক পঞ্চামৃত খুৱাই দি অনিতাই হাঁহিছিল। অনিতা ওলাই আহিলত তাই গাড়ীটোত মুখখন দি হুক হুককৈ কান্দিছিল। একে জিনাই স্থিতি লোৱা আনটি সন্তানৰ কথা ভবা নহ'ল। স্বপ্নাও যে একে পথৰে যাত্ৰী অনিতাই নাজানিলে।

কেইদিন মানৰ পিছত। পুৱা গা-ধোৱা ঘৰলৈ সোমাই গৈ অনিতাই স্বপ্নাক দেখি আতংকত চিঞৰি উঠিল "ভাস্কৰ তই কি কাম কৰিলি ?" ভাস্কৰে বুজিব পৰা নাছিল। মাকে পুনৰ চিঞৰি কৰলৈ ধৰিলে।

নবৌ আৰু মাকৰ মাজত কোনো প্ৰাৰ্থক্য নাই ভাস্কৰ। এতিয়াহে বুজিলো স্বপ্নাক আশ্ৰয় দিয়াৰ কাৰণ কি ?

স্বপ্না বাথৰুমত নিস্তব্ধ হৈ পৰিল। মুখত প্ৰকাশ পোৱা হাঁহিটো অনিতাই দেখে বুলি হীৰামনিয়ে ছলনাৰে গিলি পেলালে। অপৰাধী শিশুৰ দৰে ভাস্কৰ ড্ৰইংৰুমৰ চোফাখনত বহি থাকিল। হীৰামনি তাৰ কাষ চাপি আহিছিল

ভিতৰত মাক অনিতাই কান্দিবলৈ ধৰিলে। অনিতাই স্বপ্নাৰ নগ্ন বৰ্দ্ধিত দেহাঙ্গ দেখি কঁপি উঠিছিল। দৰা-কন্যাৰ মাজত তাইক দেখুৱাই তোলা ফটোখনৰ গুপ্ত ৰহস্য বুজিব পাৰি আ-তাই মুখটো মেজত খুন্দিয়াই কান্দি থাকোতে স্বপ্না বাথৰুমৰ পৰা ওলাই আহিছিল। ভাস্কৰে ভাবিলে। স্বপ্নাৰ তৃতীয় লানি কথা কবলৈ সি সময়েই বা পালে ক'ত ?

: অন্ত :